মহাভাৰত অশ্বমেধ পৰ্ব্বৰ অন্তৰ্গত

# সুধন্বাবধ পৰ্ব্ব।

হৰিদাস বিপ্ৰ দ্বাৰা ভনিত।

শ্ৰীশিৱনাথ ভট্টাচাৰ্য্য দ্বাৰা
প্ৰকাশিত।

ৰিহাবাড়ী,—ডিব্ৰুগড়।

বণিক প্ৰেস,
৬১ নং মৃজাপুৰ ষ্ট্ৰীট্;
কলিকাতা।

১৯০৭।

বেচ।৵০ আনা মাথোন।

# পাতনি।

মহাভাৰত অশ্বমেধ পৰ্ব্বৰ অন্তৰ্গত "[redacted]" নামৰ এই থিথনী প্ৰকাশ কৰা গল। অতি প্ৰাচীন কালৰ লিখা দুখনী পূৰণা পুথি চাই ইয়াক বহুত কষ্টেৰে তুলিলোঁ। সেই দুয়োখন ,থিৰ আখৰ ইমান অস্পষ্ট যে মাতিবলৈকে টান, অনেক ঠাইত ৰ্থ কৰিব নোৱাৰি যেনে আছে তেনে ৰাখি দিছোঁ। কোনো কনো ঠাইত নিজৰ ধাৰণা অনুসাৰে পদ পূৰ্ণ কৰিয়েই দিছোঁ। ই দৰে বঢ়া-টুটা অপৰাধ বহুত হৈছে॥ "নোহোৱা মোমাইত ক কণা মোমাই ও ভাল" ইয়াকে ভাবি, পূৰণী পুথি খনী একেবাৰে লোপ নোহোৱাকৈ কোনোমতে প্ৰকাশ কৰিলোঁ ঢ়া-টুটা দোষ পাঠক সকলে ও অলপ অলপ গা পাতি লব; অকল দুখীয়া পণ্ডিত দুটাৰ ওপৰতে নেপেলাব। কাৰণ, কেবা াইতো বিচাৰি ভাল পুথি নেপালোঁ। যাহা হউক, সকলোৰে পৰা যেন অলপ উৎসাহ পাও এই আশা।

শক ১৮২৩
তাৰিখ ১৭ শাৱণ।

শ্ৰীশিৱনাথ ভট্টাচাৰ্য্য,
ডিব্ৰুগড়।



শ্ৰীশ্ৰীকৃষ্ণায় নমঃ

হৰে কৃষ্ণ হৰে কৃষ্ণ কৃষ্ণ কৃষ্ণ হৰে হৰে,
হৰে ৰাম হৰে ৰাম ৰাম ৰাম হৰে হৰে ।

# সুধন্বাবধ পৰ্ব্ব ।

পদ ।

জয় জয় দৈৱকী নন্দন দয়াময় ।
ব্ৰহ্মাহৰে চিন্তি কৰে চৰণত সেৱ ॥
লক্ষ্মী সৰস্বতী, গৌৰী হুয়োক সন্তোষ ॥
গণেশ দেৱক বন্দো নধৰিবা দোষ ॥
প্ৰণাম কৰোঁহো নাৰায়ণ হৃষীকেশ ।
স্বৰ্গলোকে অনাদি মৰ্ত্ত্যত গোপবেশ ॥
নৰৰূপে পৃথিৱীৰ খণ্ডিলাহা ভাৰ ।
কৃষ্ণ অৱতাৰক মোহোৰ নমস্কাৰ ॥

[ ২ ]

জৈমিনি বদতি কথা অশ্বমেধ পৰ্ব্ব।
পুণ্যবাঢ়ে পাপ হৰে গুছে কলি গৰ্ব্ব॥
ইহেন ভাৰত কথা পৰম মঙ্গল।
শুনিয়োক সৰ্ব্বজন মহা কৌতুহল॥
ভাৰত পঢ়ন্তে গিবা আন কথা পাতে।
জানিবা গঙ্গাৰ তীৰে কপিলাক কাটে॥
শুনা সভাসদ সবে ভাৰতৰ পদ।
ৰাম ৰাম বোলা সবে গুছোক আপদ॥

---

## ছবি।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰ অশ্বমেধ আৰম্ভিল,
জ্ঞাতি বন্ধু আদি পাঞ্চ ভাই।
শুভক্ষণ বেলা চাই, কৃষ্ণৰ আজ্ঞাক পাই,
হয় মেলি দিলা সেহি ঠাই॥
দেখিলে বিশ্ৰুতি হয়, সৰ্ব্বলোকে জয় জয়,
পৃথিবী আকাশে ঘোড়া চলে।
বীৰগণে চলে বেঢ়ি, হাতে ধনুশৰ ধৰি,
চায়াৰ ভিতৰে প্ৰবেশিলে॥
ঘোড়াৰ লগত যায়, কুন্তী সুত ধনঞ্জয়,
হস্তি ঘোড়া চলে যত যত।

কামদেৱ আদি কৰি, সবে বুদ্ধিমন্ত বীৰ,
আনো বীৰগণ অসংখ্যাত ॥
ভদ্ৰাৱতী পুৰীখান, দেখিলেক বিদ্যমান,
কি কহিবো তাহাৰ মহিমা।
সুবৰ্ণ ৰজত হীৰা, প্ৰৱাল মুকুতা ৰত্ন,
মাণিকৰ নাহিকয় সীমা ॥
সৰোবৰে ৰাজ ঘাট, হাটিৱাৰি ৰাজ বাট,
ঠাই ঠাই পসাৰ সমাৰ।
বলিয়া পটিয়া তেলি, সুতাৰ কমাৰ মালী,
আনো প্ৰজা আছে বহুতৰ ॥
গড় প্ৰাঞ্চি বহুতৰ, শিলাচয় কৰি দুৰ,
বান্ধি আছে দেখি বিদ্যমান।
তুৰাৱত সিংহধ্বজ, ঐৰাৱত সমগজ,
ৰথ চলে বায়ুৰ সমান ॥
সুন্দৰী যুবতী নাৰী, বৃদ্ধকো মোহিতে পাৰি,
অলঙ্কাৰে সুমণ্ডিত গাৱ।
স্তন যৌবনৰ ভাৰ, উফৰি পৰিব ডৰে,
ধীৰ ধীৰ কৰি কাঢে পাৱ ॥
সুন্দৰ পুৰুষগণ, বিদ গদ সুশোভন,
ৰূপে কামদেৱ, সমতুল।
স্বভাৱ কঠিন কৰ, অস্ত্ৰে শস্ত্ৰে ভয়ঙ্কৰ,
শিৰে ধৰি নিৰ্ম্মাল্য যে ফুল ॥

একাদশী উপবাস, উজাগৰ পক্ষ মাস,
হৰি বিনে আন নাহি দেৱ।
যত প্ৰজা নিৰন্তৰে, পাতকৰ ডৰে মৰে,
দ্বিতী ভাৰ্য্যা নাবিহায় কেৱ॥
নৃপতিক আদি কৰি, ঘৰে ঘৰে হৰি হৰি,
স্ত্ৰী পুৰুষৰ শুনি ৰোল।
হৰিতপ হৰিধ্যান, হৰিসে পৰম,জ্ঞান,
আনকিছু নাহি মাত বোল॥
শয়নে ভোজনে স্নানে, দিনে ৰাতি হৰিধ্যানে,
হৰি হৰি পৰম যে জ্ঞান।
আয়ুৰ শতেক সীমা, শৰীৰ পৰিল যেবে
বিষ্ণুপুৰি চলে বিদ্যমান॥
হেন নগৰৰ মাজে, হংসধ্বজ ৰাজা আছে
বীৰগণ অগ্রে যাক গণি।
অনেক নৃপতিগণে, যোগাৱয় কৰ ভাৰ,
ৰাজা ৰাজ্যেশ্বৰ শিৰোমণি॥
ভ্ৰাতৃ পুত্ৰ নাতি সমে, ত্ৰিভুবন ৰণে জিনে,
হৰি বিনে নজানন্ত আন।
হৰি সে পৰমতত্ব, হৰি বিনে নাহি আত,
হৰি নৃপতিৰ হৃদিসম
শুনিয়োক সৰ্ব্বজনে, আনকথা তেজিমনে
আক জানি এৰা আন কাম।

হৰিক স্মৰিয়া মনে, বিপ্ৰ হৰিদাসে ভণে,
নিৰন্তৰে বোলা ৰাম ৰাম ॥

পদ ।

জৈমিনি বদতি শুনিয়োক জন্মিজয় ।
ভদ্ৰাৱতী নগৰত চৰি ফুৰে হয় ॥
যজ্ঞৰ ঘোড়াক দেখি কতো আনে ধৰি ।
হংস ধ্বজ ৰাজাক দিলেক আগ কৰি ॥
ঘোড়াৰ কপালে সুবৰ্ণৰ পত্ৰ থান ।
পণ্ডিত সকলে তাক কৰিলা ব্যাখান ॥
স্বস্তি শ্ৰীশ্ৰীসুমঙ্গল হস্তীনাপুৰত ।
ভাৰতে উত্তম জন্ম লভিল জগত ॥
ধৰ্ম্মৰাজা যুধিষ্ঠিৰ পাণ্ডুৰ নন্দন ।
মহা মহা ৰাজাগণে কৰয় বন্দন ॥
কৃষ্ণৰ চৰণে অশ্বমেধ আৰম্ভিলা ।
ধনঞ্জয় ভ্ৰাতৃক লগতে ৰক্ষা দিলা ।
অতি মহাবীৰত্ব লেখিল দম্ভভাৱে ॥
ঘোড়াক ধৰোক যাৰ বল আছে গাৱে ।
পাণ্ডুৰ নন্দন ধনঞ্জয় মহাবীৰ ।
ঘোড়া আনিবন্ত তাৰ ছেদিবন্ত শিৰ ॥
ধৰিব নোৱাৰে যেৱে ফেৰে লৈয়া ঝাণ্টে ।
আগবাঢ়ি বৰোক নগৰ নতু পাস্ত ॥

[ ৬ ]

পত্ৰ পঢ়ি পণ্ডিতে কহিলা নৃপতিত।
শুনি হংসধ্বজৰ নসহে আৰ চিত॥
ঘোড়াক ধৰিবো তাৰ ভাঙ্গিবো বীৰত্ব।
অৰ্জ্জুনক জিনি নষ্ট কৰিবো সুৰত্ব॥
আমাৰ জানিবা আজি বিধি সুপ্ৰসন্ন।
অৰ্জ্জুনৰ লগত সাক্ষাতে নাৰায়ণ।
বিধি মোৰ সুপ্ৰসন্ন ভৈল আসি আজি।
অৰ্জ্জুনক জিনি গোবিন্দক আনো সাজি॥
যি থানে অৰ্জ্জুন সেহি থানে নাৰায়ণ।
বতাস সহিতে যেন একত্ৰ গগন॥
বৃদ্ধ ভৈলো মই সুমৰন্তে হৰি হৰি।
প্ৰত্যেকে কৃষ্ণক দেখিবোহোঁ নেত্ৰ ভৰি॥
জৈমিনি বদতি শুনিয়োক জন্মিজয়।
এহিবুলি হংসধ্বজ ধৰিলেক হয়॥
সমদলে ৰঙ্গে আগ বাঢ়ি গৈলা চলি।
সত্তৰি হাজাৰ সেনা চলিলা আকলি॥
বেঢ় পাতি সাৱধানে থাকিলেক ৰাজা॥
কৃষ্ণক দেখিবো বুলি ৰঙ্গ কৰে প্ৰজা॥
কতেক কহিবো আবে সেনাৰ প্ৰমাণ।
তাক কহো জন্মিজয় শুনা বিদ্যমান॥
অশ্বমেধ পৰ্ব্ব হৰি দাস নিগদতি।
জন্মে জন্মে মোৰ হৰি পদে হোক মতি॥

শুনা সভাসদ সবে ভাৰতৰ পদ ।
ৰাম ৰাম বুলিতৰা সংসাৰ আপদ ॥

## ছুলৰি ।

ময়মত্ত গজ, অলঙ্কাৰ সাজ,
গল মাজে বীৰ ঘণ্টা ।
লোহাৰ ডাঙ্গক, মুণ্ডত ধৰিয়া,
পৰ্ব্বত সমান চৰা ॥
ৰথৰ উপৰে, আগত সাৰথি,
পাচত বৰ যুজাৰ ।
কাঞ্চন মুকুতা, ৰত্নবিৰচিতা,
এক শত হীৰাহাৰ ॥
আদিত্য সমান, লক্ষ হয় যাৰ
বায়ুত অধিক গতি ।
সবত যে পাইক, তিনি অস্ত্ৰধৰ,
যুদ্ধত বৰ পিৰীতি ॥
এতেক মিলিয়া, যতেক পাইক,
একেলগে কৰো লেখা ।
হেনয় সত্তৰি, লক্ষক কটক
আগুৱাই দেখা দিলা ॥

একৈক লক্ষত, একো অধিকাৰী
দেৱক জিনয় ৰণে।
পাণ্ডবী সেনাক, কটাক্ষো নকৰে,
আগ ভৈলা ৰঙ্গমনে॥
সবাতো অধিক, চাৰি গোটা বীৰ
বুদ্ধিবলে আতিশয়।
সন্তযে সুগতি, কৃষ্ণ-শ্রদ্ধ লোক,
যুদ্ধক নকৰে ভয়॥
সুবল সুৰথ, সুম, সুদর্শন,
সুধন্বা সবাতে বলী।
যাহাৰ প্রহাৰে, নাহিকে নিস্তাৰ,
বেহু ভেদি যাই ছলি॥
হেন মতে যেবে, হংসধ্বজ চলে,
পাণ্ডবী যুদ্ধক ছলে।
কটকৰ ৰোল, শুনি ঢাক ঢোল,
যেন মেঘগণ গাজে॥

---

পদ।

যুদ্ধক প্রবন্ধে প্রজা কৰে কোলাহল।
হুল হুল আন্দোল যে প্রজাৰ ঘঞ্চাল॥
ৰাহুতে ঘোড়াত উঠি বেগে দেই ছুটি।
আগ পাচ কৰি সেনা চলে লক্ষ কোটি।

বাম হাতে আৰণ ধৰিয়া শৰলৰেঁ।
উলস মালস কৰি থাণ্ডা নচুৱাৰে ॥
কৃষ্ণক দেখিবো বুলি মনে কৌতুহল।
আমাসাৰ হৈব আজি জন্মৰ সাফল ॥
দশে পাঞ্চে মিলি আসি বজাৱে চাপৰি।
জয় নাৰায়ণ বুলি হাসে ৰিঙ্গপাৰি ॥
ঢাক ঢোল মৃদঙ্গ বজাৱে শাণ্ডি আলি।
একজন ওজা হৱে আৰ সবে পালি ॥
সকলো প্ৰজাৰ ৰঙ্গ ঢঙ্গ অতিৰেক।
কৃষ্ণক দেখিবো বুলি নাচয় প্ৰত্যেক ॥
হংসধ্বজ মহাৰাজা আতি বুদ্ধিমন্ত।
বলে বিদ্যে বচনে সবাকো তুষিলন্ত ॥
আৰু অদভুত কৰ্ম্ম কৰি মহাৰাজ।
গজ স্কন্ধে চৰিয়া ফুৰিলা সামৰাজ ॥
যুবা বৃদ্ধ শিশু আৰু আছে যত যত।
পাণ্ডৱী যুদ্ধক লাগি আসোক সমস্ত ॥
এনয় আদেশে নাসে পুত্ৰ ভ্ৰাতৃচয়।
সত্যে সত্যে মাৰিবোহোঁ তৈলত পেলায় ॥
তাম্ৰজকা উপছায়া গোটে নিয়া তৈল।
অগ্নিজালি তপ্ত কৰিলেক কৌতুহল ॥
গিৰ গিৰ শবদ শুনয় ঝাত ঝাত।
প্ৰাণান্তিক শাস্তি কৰি মাৰিবোহোঁ তাত ॥

হেন যেবে আদেশ কৰিলা নৰেশ্বৰ।
দুন্দুভি বজায়া জনাইলন্ত নিৰন্তৰ॥
স্ত্রী সবো আসিলা ৰাজাৰ আজ্ঞাপালি।
গোবিন্দ আসিব বুলি চাহন্ত নিহালি।
বৰ বৰ গৃহে চড়ি চান্ত নাৰীলোকে।
অৰ্জ্জুনৰ সেনা চানি আছে জাকে জাকে।
ৰোগ ব্যাধি নাহি পতিব্রতা ধৰ্ম্ম ফলে।
ষাঠী আশী বৰিষ যুবতী কান্তি জলে॥
নপকয় কেশ নলৰয় দান্ত তাৰ।
পূৰ্ণিমাৰ চন্দ্র যেন বদন আকাৰ॥
ইজনী সিজনী বোলে কোন গোট হৰি।
আউৰ জনী দেখাৱে আঙ্গুলি তৰি তৰি॥
শ্বেত চাৰি গোটা ঘোড়া দেখা ৰথ খান।
ৰথ জেঠি উপৰে বানৰ হনুমান॥
কৃষ্ণ কলেৱৰ কুন্তী সুত ধনঞ্জয়।
তাহাক গোবিন্দ বুলি জানিবা নিশ্চয়॥
আউৰ জনী বোলে হেৰা সখি শুন শুন।
দৈৱকীৰ সুত হৰি সমৰে নিপুণ॥
নীল মেঘ বৰ্ণ যেন শৰীৰ সুঠান।
ভালেতো মোহিলে গোকুলৰ নাৰীগণ॥
শ্রীমন্ত পুৰুষ দেখি দয়ালাগে আতি।
কত পুণ্য কৰিলেক গোৱালিনী জাতি॥

দেখ তোৰ স্বামী গোবিন্দক ধাই যাই।
একৰ দোষত যেন সবে তল যাই॥
তোৰ শান্তী পুণ্য দেখি মোৰ লাগে লাজ।
ঝান্ত কৰি ঢঙ্কাই সমাজৰ কৰোঁ বাজ॥
আল কৰি নকৰিবা আন কাণ মন।
অৰ্জ্জুনৰ ঘোড়া দেখি আতি বিতোপন॥
আমাৰ কটক সবে ধৰিবাক যাই।
দুই দলে সন্মুখে আছন্ত বাট চাই॥
জৈমিনি বদতি শুনিয়োক নৃপবৰ।
এহি মতে নাৰী সবে কহে নিৰন্তৰ॥
আৰু শুনিয়োক যেন কথা গুৰুতৰ।
হংস পুৰোহিত আছে অতি তত্ত্ব পৰ॥
তেঁহো যাক বিহে তাক দণ্ডন্ত নৃপতি।
পণ্ডিত চতুৰ ৰাজা দ্বিজত ভকতি॥
এক দিনা ৰাজা ভায়েকৰ দোষ পাই।
হংস পুৰোহিত স্থানে পুচিবাক যাই॥
কি দণ্ড কৰিবো বুলি পুচে মহাবলী।
অগনিত ঘৃত যেন হংস গৈল জ্বলি॥
ভ্ৰাতৃ পুত্ৰ নদণ্ডয় দণ্ড কৰে পৰে।
থাকিবাক যোগ্য নোহে পাপীষ্ঠৰ ঘৰে॥
এহি বুলি হংস যে লিখিত দুই ভাই।
ক্ৰোধ কৰি ৰাজাৰ আগত চলি যাই॥

ক্ৰোধিলন্ত শুক হেন কহিলা ৰাজাত।
ভায়েকৰ কাটিলন্ত দুই খান হাত॥
হেনয় প্ৰচণ্ড হংসধ্বজ নৃপবৰ।
তৈল কুণ্ড নিৰ্ম্মিলন্ত সমৰ ভিতৰ॥
দুই শত মনুষ্যে নিলেক সাঙ্গীকৰি।
ৰণ মধ্যে থৈল নিয়া তৈল ভৰি পুৰি॥
শতেক মনুষ্যে খানিলেক জালি গাঁত।
ডেকা পুষ্কৰিণী যেন দেখিয়া সাক্ষাত॥
পথালি পঞ্চাশ হস্ত দীৰ্ঘে সহস্ৰেক।
গিৰ গিৰ শুনি তাত অগ্নি শবদেক॥
সাগৰৰ ঢৌ যেন উৰ্ম্মিৰ আন্দোল।
তৈলৰ আস্ফালে শুনয় মাত বোল॥
উভয় সেনাৰ মাজে শাস্তি বিপৰীত।
শুনন্তে লাগয় ডৰ দেখি ভয়ে ভীত॥
ৰাজ শাস্তি শুনি নগৰৰ যত প্ৰাণী।
ভয়াতুৰ হৈয়া সবে আসিলেক চানি॥

———:০:———

## ছুলৰি ।

জৈমিনি বদতি, শুনা জন্মিজয়,
ৰাজাৰ শুনিয়া দণ্ডি ।
নগৰ মাজত, কেহো না থাকিল,
ৰাজাৰ বাক্য নথণ্ডি ॥
সুধন্বা কুমৰ, ৰূপে বিদ্যাধৰ,
চাৰি কুমৰত ছোট ।
বলে পৰাক্ৰমে, যমৰ সমান,
ত্ৰিভুবনে বীৰ গোট ।
অস্ত্ৰত শাস্ত্ৰত, সবাতো পাৰ্গত,
বয়সে হোৱয় কুৰি ।
যুদ্ধ কাছে কাছি, অস্ত্ৰ লৈয়া বাছি,
কৰে ধনু শৰ ধৰি ॥
পঞ্চ পুত্ৰ তাৰ, নৃপতি ৰাজাৰ,
সবাতো অধিক দয়া ।
ৰূপে কামদেৱ, সমনোহে কেৱ,
অতি সুকুমাৰ কায়া ॥
অভ্যন্তৰে গৈয়া, মাৱক প্ৰণামি,
কৰযোৰে বুলিলেক ।
পাণ্ডৱী যুদ্ধক, চলি যাওঁ মাৱ
জয় যাত্ৰা দিয়া মোক ॥

অৰ্জ্জুনক জিনি, হৰিক আনিবো,
দেখাওঁ মোৰ বীৰত্ব।
গোবিন্দৰ সখি, বীৰ ধনঞ্জয়,
গুছাও তাৰ মহত্ব ॥
তোমাৰ চৰণ, শিৰোগত কৰোঁ,
দুৰ্ব্বাক্ষত দিয়া মাথে।
খণ্ডোক বিঘিনি, শত্ৰুগণ জিনি,
আসিবোহোঁ অব্যাহতে ॥
জননী বোলয়, পুত্ৰ যে সুধন্বা,
যায়োক সমৰে সাজি।
দুৰ্ল্লভ হৰিক, যতনে আনিবা,
নালাগে তুৰঙ্গ বাজি ॥
ৰাত্ৰি দিনে স্মৰো, দেৱ নাৰায়ণ,
প্ৰত্যেকে দেখো নয়নে।
একো কালে বাপু, এৰিয়া নাসিবি,
ধৰি আন মোৰ স্থানে ॥
প্ৰাণক লাগিয়া, বিমুখ নুহিবি,
হাসিবেক সৰ্ব্বলোক।
এইৰ পুতেকে, যুদ্ধ হাৰিলেক,
নিন্দা কৰিবেক মোক ॥
পলাইবাক কৰি, সমৰণে পৰি,
অখণ্ড স্বৰ্গক পাই।

ভঙ্গোৱাৰ পিঠি, নৰ হাত মান,
বন মাজে সুলুকাই ॥
উত্তম কুলত, জনম লভিলা,
জানস সকলো ধৰ্ম্ম ।
প্ৰজাক পালিব, শত্ৰুক জিনিব,
ক্ষেত্ৰিয়ৰ হেন ধৰ্ম্ম ॥

## পদ ।

সুধন্বা বোলয় মাৱ নকৰিবা ভয় ।
সবে মাত্ৰ সাধিবোঁ বধিবোঁ ধনঞ্জয় ॥
গোবিন্দ চৰণ বিনে মোৰ নাহি গতি ।
আৰু তযু গৰ্ভে মোৰ হৈয়াছে উৎপতি ॥
প্ৰাণে নমৰিবো ভঙ্গ নেদিবোহোঁ যুঝি ।
অস্ত্ৰ শস্ত্ৰ শিখিবাৰ থৈছো মানেসুঝি ॥
মাৱক প্ৰণামি বীৰে যুঝিবাক যাই ।
দুৰ্ব্বাক্ষত ধৰি মাথে বহিনী বিনাই ॥
বোলে দদা তুমি সমৰক যাহা প্ৰতি ।
ৰণ জয় হোক সুহিবেক ভঙ্গ গতি ॥
তোমাসাৰ ৰণ ভঙ্গে শশুৰৰ ঘৰে ।
বেঢ়ি হাসিবেক মোক ননন্দ দেৱৰে ॥

হেন জানি দদা তুমি চিত্ত দৃঢ় কৰি।
সম্মুখে বুঝিবা ক্ষেত্রিয়ৰ ধৰ্ম্ম ধৰি॥
জনাম্না সবাকে সমৰক চলি যাই।
প্রভাৱতী কুমাৰী আগতে মিলিলেই॥
সুবর্ণৰ পাত্রত নৈলন্ত দুর্ব্বাক্ষত।
স্তনত কঙ্কুম দিলা অঞ্জন নেত্রত॥
কুণ্ডক ঘসাই শৰীৰক প্রকাশন্তি।॥
চন্দ্রৰ ৰোহিণী যেন অধিক জলন্তি॥
দশ গুণে জলে কান্তি এদিনাতো কৰি।
কটাক্ষে স্বামীৰ মুখ চাহন্ত সুন্দৰী।
কন্যায়ে বোলন্ত প্রভু যাত্রা সুমঙ্গল।
ৰণ জয় হোক জিনিয়োক পৰ দল॥
গোবিন্দক ধাৱে যাহা তাকে নেদো হাক।
কিন্তু এক পুত্রৱতী কৰিয়ো আমাক॥
প্রথম যৌবন মোক জানাহা আপুনি।
অশুচি আসিয়া শুচি ভৈলোঁ ঋতু স্নানি॥
ব্রত ভঙ্গ নোহোক দিয়োক ঋতু দান।
তেবেসে তোমাৰ প্রভু হৈবেক কল্যাণ॥
হৰিৰ শৰত হৈবে অৱশ্যে দুর্গতি।
পৃথিবীত তযু আবে নভৈল সন্ততি॥
অপুত্রিনীজনৰ জীৱনে ধিক কাৰ্য্য।
নাথাকিল পুত্র যাৰ পৃথিবীৰ মাজ॥

গোবিন্দৰ শৰে হৈব তোমাৰ মুকুতি ।
অপুত্ৰিনী হৈয়া মই যাইবো অধোগতি ॥
শ্ৰীহৰি অৰ্জ্জুন দুয়ো নৰ নাৰায়ণ ।
অৱশ্যেকে তান হাতে হৈবেক মৰণ ॥
যদি কদাচিতে তুমি হোৱা ৰণ জয় ।
অৰ্জ্জুনক জিনিয়া আনিবা তেবে হয় ॥
হেন জানি তুমি কেন যাহা আগ বাঢ়ি ।
যেনে তেনে কেশৱে তুৰঙ্গ নিবে কাঢ়ি ॥
মুহিবা বুলিবা তুমি গোঁসাইক দেখিবোঁ ।
মুকুতি পদক মই সাধিয়া মৰিবোঁ ॥
তোমাৰ আমাৰ একে পতিব্ৰতা ধৰ্ম্ম ।
ই কাৰ্য্যক লাগি ভাল নেদেখোহোঁ ধৰ্ম্ম ॥
তুমি এৰিলাতে মই মৰি যাবো আগে ।
স্ত্ৰী বধ পাতকে তোমাত তেবে লাগে ॥
তুমি মোৰ পাতকে নাপাইবা মোক্ষ স্থান ।
স্বৰ্গক নাপাইবা প্ৰভু কহো বিদ্যমান ॥
পুত্ৰ কৰ্ম্ম কৰি তুমি ৰণে চলি যাহা ।
দুই কুল ৰক্ষা কৰি কল্যাণক পাহা ॥
সুধন্বা বোলয় শুনিয়োক প্ৰাণেশ্বৰী ।
আমাৰ নগৰে আসি আছে দেৱহৰি ॥
তাহান বাৰ্ত্তাক পাইয়া বাপৰ নিগ্ৰহ ।
কাহাৰ শকতি আছে থাকিবাক গৃহ ॥

আগে যেবে তোমাৰ হৈলেক ঋতু স্নান।
বাপত মেলানি মাগিদিলো হস্তে দান॥
আবে প্ৰাণেশ্বৰী তই নপাত বিঘিনি।
কৃষ্ণক আনিবো ৰণে অৰ্জ্জুনক জিনি॥
বুলিলাহা এতিক্ষণে দিয়োক শৃঙ্গাৰ।
দিবা ভাগে দোষ হবে তোমাৰ আমাৰ॥
প্ৰভাৱতী বোলন্ত শুনিয়ো প্ৰাণপতি।
নিন্দা কাৰ্য্যে হোৱে জানা দিবা ভাগে ৰতি।
এক গোটা কথা আমি পুচোহো তোমত।
তাহাৰ নিৰ্ণয় আবে কহিয়ো আমাত॥
এক দিনা ভৈল আসি ব্ৰত একাদশী।
ভাৰ্য্যাৰ যে ঋতু স্নান সেহি দিনা আসি॥
কোন কাৰ্য্য কৰে প্ৰভু কাক পৰিহৰি।
পিতৃ মাতৃ দুহন্তৰো ভৈল সাম্বৎসৰী
পিতৃ শ্ৰাদ্ধে অৱশ্যে ভোজন ভৰপুৰ।
একাদশী ব্ৰত অনুক্ৰমে হয় দূৰ॥
ঋতুকালে শৃঙ্গাৰ ভাৰ্য্যাৰ যাই পাশ।
অন্যে অন্যে তিনি কৰ্ম্ম তিনিত বিনাশ॥
বেদতো শাস্ত্ৰতো থৈলা ঈশ্বৰে বথানি।
সঞ্জাত নোযোৱা যেবে চাহা পুথি খানি॥
সুধন্বা বোলয় শুনিয়োক প্ৰাণেশ্বৰী।
এতেক সঙ্কেত জানিলাহা কেন কৰি॥

দশমী দিনাৰ পৰা কৰিব নিয়ম।
শেষ বেলা হৈলে তেবে কৰিব ভোজন।
একাদশী ব্ৰত দিনা সংকল্পক কৰি।
আন এৰি একচিত্তে স্মৰিবেক হৰি॥
শ্ৰাদ্ধৰ সম্ভাৰমানে কৰি এক স্থান।
মধ্যাহ্ন বেলাত কৰিবেক পিণ্ডদান॥
ভোজন কৰিবে অভোজন পুনৰপি।
থাকিব গোবিন্দ নাম হৰি হৰি জপি॥
ব্ৰহ্ম বধ পাতক অৱশ্য ঋতু ভঙ্গে।
নিশাকালে শৃঙ্গাৰ কৰিবে মহাৰঙ্গে॥
তিনিয়ো কাৰ্য্যত নপৰয় তিনি কৰ্ম্ম।
আত কিছু প্ৰাণেশ্বৰী নহৱে অধৰ্ম্ম॥
সুধন্বাৰ কটাক্ষত মধুৰ বচনে।
দ্বিগুণে কন্যাক পীড়িলেক কামবানে॥
সুবৰ্ণৰ পাত্ৰ গোট থৈলা সেহিখান।
কুমৰৰ পাশ গৈয়া চাপিলা তখন॥
সুগন্ধ শৰীৰ অতি হোৱে ৰঙ্গমন।
শুদ্ধ গলে কৰ মেলি ধৰিল তেখন॥
সুধন্বাৰ কাম ভৈল নাৰী পৰশনে।
চলিতে নপাৰে বীৰ পীড়িল মদনে॥
হাসি হাসি সুধন্বা মাটিত থৈল ধনু।
কৱচ গুচায়া ৰোমাঞ্চিত ভৈল তনু॥

তুনবান শুচাইলা উদাস কলেৱৰ।
ষোড়শ শৃঙ্গাৰ আৰম্ভিলা অনন্তৰ ॥
সন্তোষ বদনে আতি কৰিলন্ত কেলি।
স্নান কৰি গাৱশুদ্ধ ভৈলা কতো বেলি ॥
জৈমিনি বদতি শুনিয়োক মহাৰাজ।
পুচিলন্ত হংসধ্বজ সংগ্ৰামৰ মাজ ॥
চাহন্তে নাপাই তাক ৰাজা ঠাই ঠাই।
নেদেখিলে সুধন্বাকে একো স্থানে নাই ॥
হেনদেখি ৰাজা পাছে কৰিলা আদেশ।
সুধন্বাক শাস্তি আজি কৰিবো বিশেষ ॥

## ছবি।

হংসধ্বজ বদতি যে, শুনিয়োক মন্ত্ৰীগণ,
সুধন্বাক নেদেখোঁ সমৰে ॥
কৃষ্ণ অৰ্জ্জুনৰ কথা, শুনিবৰ ভয় ভৈলা।
লুকাই থাকিল সিটোঘৰে ॥
সুৰথক আদি কৰি, আসিলেক নিৰন্তৰ,
নিৰ্ব্বল সুধন্বা নপুংসক।
আমাৰ নগৰে জানি, আসি ভৈল চক্ৰপাণি,
নিস্তাৰিলো সাতো পুৰুষক ॥

গোবিন্দৰ কথা শুনি, চাহিতে নাসয় যিবা
সিটো মোৰ প্ৰাণৰ যে বৈৰি।
কহিৰা যবন দূত, আন গৈয়া মোৰ সুত,
বাম হাতে চুলিৰাৰ ধৰি॥
তহিতে বুলিবি যাই, যি স্থানত লাগ পাই,
সুধন্বা অধম দুৰাচাৰ।
কিসক যুদ্ধক ডৰে, পলাই আছস ঘৰে,
অনেক কৰিবি তিৰস্কাৰ॥
ধৰ যাই শীঘ্ৰ বেগে, দুই হাতে ঘণ্টা লাৰি
ঘসাই আনিবি মোৰ আগে।
তপত তৈলত তাক, কদৰ্থিয়া মাৰিবোহো
আনন্দে হাসোক সামৰাজে॥
এহি বুলি হংসধ্বজ, মহাবলৱন্ত চাই,
কুৰি গোট দূত পাঞ্চিদিল।
সুধন্বাক আন ধৰি, চল সবে শীঘ্ৰ কৰি,
হেন শুনি দূত নিকলিল॥
সুধন্বা কুমৰ বীৰ, হাতে শৰধনু ধৰি,
সাজি পাৰি উঠিলা ৰণত।
ৰাজাৰ আদেশে যাই, দূত গৈয়া লাগ পাই,
কতো দূৰে লগাইলেক মাত॥
শুন আৰে ৰাজসুত, যুদ্ধক নাজাস কেনে,
ৰাজাৰ আদেশে যাইব লাগে।

ৰাজায়ে বুলিল যেন, আমিয়ো কৰিবোঁ তেন,
আজি এৰাইবাহা কোন ভাগে ॥
সুঠিবাহা ঘোটকত, ভূমি পাৰে চলিয়োক,
লৰৰন্তে দূতে আনে ধৰি
সুধন্বা যে কুমৰৰ, ভুৰু ভঙ্গ নাহি কয়,
দূত সব গৈলেক ভাগৰি ॥
দুই প্ৰহৰৰ বাট, চাৰি দণ্ডে এৰাইলেক
ৰাজাৰ আগত আনি দিলা।
পাচে হংসধ্বজ ৰাজা, সুধন্বাৰ মুখ দেখি,
ক্ৰোধে যেন অগ্নি উথলিলা ॥
শুন অৰে দুৰাচাৰ, অধৰ্ম্ম বৰ্ব্বৰ পাপ
কৃষ্ণ অৰ্জ্জুনক নেদেখিলি।
যেখনে অন্তৰি গৈলি, সুদা ঠাইতে আসি ভৈলি,
তই মোৰ কুলক বঞ্চিলি ॥
সুধন্বা বোলয় বাপ, নতু কৰো একো পাপ,
তোমাৰ বধূৰ ভৈল ঋতু।
তান কাৰ্য্য সঙ্কলন্তে, কাছি পাৰি ওলাওঁতে,
এহি মোৰ বিলম্বৰ হেতু ॥

# দুলৰি।

নৃপতি বদতি, ওৰে মন্দমতি,
কিসক বোলস বাপ।
লাজ নাহি মুখে, মাতন্তে আছস,
লগাইলিহি কাপ জাপ॥
মোৰ মুখ চাই, উত্তৰ কৰস,
বোলহ লগাওঁ দয়া।
হেৰ দেখ দুষ্ট, তপত তৈলত,
মাৰিবো তোক পেলায়া॥
দূত যাহ চলি, শুকৰ পাশক,
পুছি আস জান্তকৰি।
হংস যে লিখিত, তাৰা দুই ভাই,
বিহস্তোক দণ্ড কৰি॥
সুধন্বা কুমৰে, আজ্ঞা ভঙ্গ কৰি,
মোক কৰিলেক হেলা।
ভাৰ্য্যাৰ বচনে, সুৰত পালিল,
নাহিলেক এত বেলা॥
হেনয় প্রচণ্ড, আজ্ঞা শুনি দূতে,
শীঘ্র বেগে গৈলা চলি।
হংস লিখিতৰ, আগত মিলিল
জানু পাৰি কৃতাঞ্জলি॥

সুধিবাক প্ৰতি আমাক পঠাইলে,
কি শাস্তি কৰিবো তাক।
তপত তৈলত, পেলাইবাক চাওঁ
আজ্ঞাক কৰো আমাক ॥
লিখিতে বোলন্ত, দদা হংস তুমি,
বুজিলা ৰাজাৰ কথা।
আপোন পুত্ৰক, দণ্ড নকৰয়,
বাক্যক কৰে অন্যথা ॥
হৰিশ্চন্দ্ৰ ৰাজা, সত্যত থাকিয়া,
ব্ৰাহ্মণক দিয়া দান।
আপুনি চণ্ডাল, ঘৰত থাকিয়া,
পাইলা বহু অপমান ॥
দৈব যোগে তাৰ, পুত্ৰ মৰিলেক,
খাইলেক তক্ষক সাপে।
চণ্ডাল স্বৰূপে, খেদি ধৰি যাই,
বস্ত্ৰ কাঢ়ি লৈল বাপে ॥
তথাপি নৃপতি, সত্য নেৰিলেক,
অনন্তৰে প্ৰতিকায়।
দিব্য বিমানত, স্বৰ্গে চলি যাই,
ভৈলা পাছে জয় জয় ॥
ইটো নৃপতিৰ, বচন অদৃঢ়,
কাৰ্য্যত সকলে বাজ।

ধুতি যে কৰন্তি, ধৰি চলি যাই,
নগৰৰ ভৈল বাজ ॥
লৱৰন্তে আসি, দূতে জান দিল ।
তুমি নকৰিবা হেলা ॥
হংস যে লিখিত, তাৰা দুই ভাই,
ৰোষ কৰি চলি গৈলা ।
বোলন্ত পুত্ৰক, দণ্ড নকৰয়,
পৰৰ কাৰ্য্যত কাজি ॥
পৰ ভৈলে হন্তে, তপত তৈলত,
পেলাইলন্ত হন্তে ভাজি ॥
হস্তী চুৰি কৰি, ফুৰে আগে আগে,
বেঙ্গেনা মূলা চোৰক ।
সিন্ধিয়াৰ চোৰ, ৰাজাৰ কুমৰ,
নিহালে ঢেকি চোৰক ॥
আপোনাৰ দোষ, কেহো নাজানয়,
পৰৰ ছিদ্ৰক চাহে ।
হেনয় পাপীষ্ঠ, ৰাজ্যত থাকিতে,
আমাৰ যোগ্যতা নোহে ॥
শুনা সভাসদ, ভাৰতৰ পদ,
পিয়া আক কৰ্ণ ভৰি ।
কহে হৰিদাস, তেজা মায়া পাশ,
ডাকি বোলা হৰি হৰি ॥

---

## পদ ।

জৈমিনি বদতি শুনিয়োক জন্মিজয় ।
হেন শুনি হংসধ্বজ ভৈল মহাভয় ॥
বোলন্ত ব্ৰাহ্মণে জানো খঙ্গি দিব শাপ ।
পুছিবে পঠাই কৰিলোহো ঘোৰ পাপ ॥
মন্ত্ৰীক আদেশ হেন কৰিল নৃপতি ॥
সুধন্বাক তৈলকুণ্ডে পেলায়ো সম্প্ৰতি ॥
এহি বুলি নৃপতি আপুনি খেদি যাই ।
পাৱে ধৰি গুৰু দুইকো আনে ওভতাই ॥
তাম্ৰকুণ্ডে তৈলতাৱে অনেক কৌতুক ।
সানবাজে চিন্তন্ত সুধন্বা মৰিবেক ।
সুমন্ত্ৰী বোলয় শুনা সুধন্বা কুমৰ ।
শাস্তি কৰিবাক লাগে আদেশ ৰাজাৰ ।
দেখা তাম্ৰ গোট অতি কেন বিপৰীত ।
উথল হুংকাৰ শুনি মনে হয় ভীত ॥
দুই শত মনুষ্যে অগনি লগাই তাৱে ।
আপুনি নৃপতি মাৰে দুই গুৰু তাৱে ॥
ঘনে ঘনে তৈল চাহি কৰন্ত পৰীক্ষা ।
তোমাক মাৰিবে লাগি কেনে শাস্তি দেখা
সুধন্বা বোলন্ত শুনিয়োক মন্ত্ৰীবৰ ।
মোক মাৰিবাক লাগি ৰঙ্গ সবাহাৰ ॥

মন্দ কৰ্ম্ম নকৰিলো শাস্ত্ৰৰ যুগুত।
কৈলাণ কৰিব হৰি দৈৱকীৰ সুত॥
মৰিবাক ডৰ নাহি তাহাতে পেলায়ো।
ঈশ্বৰৰ কেনে কৃপা সৰ্ব্বজনে চায়ো॥
উপজিলে একবাৰ লাগে মৰিবাক।
তোমাসাৰ ভাল হোক বেঢ়ি মাৰ মোক
মোক মাৰিবাক লাগি সবাহাৰে ৰঙ্গ।
কটাক্ষ নকৰো নাহি মোৰ ভুৰু ভঙ্গ॥
তৈলত পেলায়া মোক চাহা সৰ্ব্ব জনে।
মোক ৰক্ষা কৰিবেক প্ৰভু নাৰায়ণে॥
সুধন্বা হৰিক স্মৰি বহ্নিত পৰিল।
কৃষ্ণৰ প্ৰসাদে লোম গাছো নজ্বলিল॥
হেন জানি সভাসদে তেজি আন কাম।
সততে কৃষ্ণৰ পাৱে কৰিয়োক ধ্যান॥

## ছবি।

নৃপতিৰ বাক্য শুনি, সুমন্ত্ৰীয়ে মনে গুণি
কুমৰক হাতে ধৰি আনি।
তৈলৰ কুণ্ডৰ কাছে, হংসধ্বজ ৰাজা আছে,
দুইপুৰোহিত মহামানী॥

দিব্য শুক্ল বস্ত্র আনি, পৰিধান কৰিলন্ত,
হৃদয়ত শোভে হেমহাৰে।
দিব্য অলঙ্কাৰে গাৰ, চন্দন পিন্ধিল আনি,
মৰিবাক লাগি ৰিঙ্গ কৰে॥
লক্ষক যে তুলসীৰ মালা এক খানি বীৰে,
আনি তাক পিন্ধিলন্ত শিৰে।
তুলসীৰ মুণ্ডমালা মুখে আমলখি লৈলা,
কৰমালা তুলি লৈলা কৰে॥
হৰিৰ সহস্র নাম, সুবর্ণ কৱচ খান,
তাক আনি পিন্ধিলন্ত বীৰে।
সালগ্রাম শিলা খানি, বাহুত ধৰিলা আনি,
মন্ত্র জাপ্যকৰে আৰ হাতে।
মাধৱ গোবিন্দ হৰি, সুমৰন্ত ৰঙ্গ কৰি,
মৰিবাক লাগি নাহি চিন্তা।
সামধাজে চাহি আছে, সুধন্বা কুমৰ পাছে,
উচ্চ কৰি ৰঙ্গে পঢ়ে গীতা॥
তৈলৰ উথল ৰোল, সুশুনয় মাত বোল,
কুমৰক নিলা তান পাশে।
আলসতে যত্ন কৰি, চৰগণে চান্ত বেঢ়ি,
দেৱগণে চাহন্ত আকাশে॥
ব্রহ্মাদেৱ পুৰন্দৰ, হৰি হৰ বৈশ্বানৰ,
আসি ভৈল ত্রিদশ সকল।

সুধন্বা যে কুমৰক, তৈলত পেলায়া মাৰে,
দেখিয়া বিস্ময় মন ভৈল ॥
মাধৱ গোবিন্দ হৰি, শ্ৰীকৃষ্ণ নাৰায়ণ,
সুমৰন্ত অঘাৰি দৈত্যাৰি।
উভয় সেনাৰ মাজে, চাহি আছে সামৰাজে,
তৈলত পেলাইলা ঢক্কামাৰি ॥
সুধন্বাৰ মুখ গোট, প্ৰসন্ন দেখিয়া আতি,
বিকশিত কমল প্ৰকাশ।
তপত তৈলত পৰি, সুমৰন্ত হৰি হৰি,
কিছু দুখ নপাৱে তৰাস ॥
জৈমিনি বদতি ৰাজা, শুনিয়োক জন্মিজয়,
জপিলন্ত গি নাম অক্ষৰ।
নৃপতিৰ কুমৰ যে, দিটো নাম সুমৰয়,
তাক কহোঁ শুনা নৰেশ্বৰ ॥
দেখন্ত তপত তৈল, উথল পাথল কৰে,
প্ৰচণ্ড শবদ ভয়ঙ্কৰ।
সৰ্গ্যৰ বস্মিয়ে যেন, ভাল মন্দ নাজানয়,
অহনিতে তাপ নিৰন্তৰ ॥
হেন তৈল পৰি বীৰ, শৰীৰ কৰিয়া থিৰ,
সুমৰন্ত নাম হৃষিকেশ।
যতেক তাৰয় তৈল, কান্তি যে নিৰ্ম্মল ভৈল,
অগনি নোপোড়ে লমলাসে

ত্ৰাহি ত্ৰাহি নাৰায়ণ, সুধন্বা যে সুমৰয়
তপত তৈলত মাৰে মোক।
অধৰ্ম্ম শৰীৰ আৰ, মই অতি দুৰাচাৰ,
হে নাথ ৰক্ষা কৰা মোক॥
মোহ সাগৰত পৰি, নচলয় হাত ভৰি,
ত্ৰাহি ত্ৰাহি জগতৰ বাপ।
তোমাৰ চৰণে ধৰি, প্ৰণাম কৰোহো পৰি,
কোন পাপে ভুঞ্জো এত তাপ॥
জীৱনক নসাধোহো, মৰণক নবাঞ্ছোহো,
প্ৰাণ যাওক তোমাকেসে স্মৰি॥
ক্ষেত্ৰিকুলে উপজিয়া, মৰো মই নুযুজিয়া,
কুযশে ঢাকিলে বসুন্ধৰী॥
আৰ এক কাৰ্য্য মই, সুমৰওঁ অতিশয়,
কৃষ্ণ অৰ্জ্জুনক নেদেখিলো।
সুবৰ্ণ পুংশিয়াবান, নভৈল শোনিত পান,
ইহাৰেসে ক্ষুধা না পাইলোঁ॥
গাণ্ডীৱ ধনুৰ শৰে, নেভেদিলে কলেৱৰে,
এতেক হাসিবে সৰ্ব্বলোক।
অগ্নিদাহে পুৰিমৰো, তোমাৰ চৰণে ধৰো,
নাৰায়ণ উদ্ধাৰিও মোক॥
তো[illegible] হৃদয়ে ধৰি, অসুৰ স্বভাৱ এৰি,
দিব্য পাদ পদ্ম বিদ্যমান।

সভামাজে দ্রৌপদীক, কুৰুগণে নাঙ্গটাৰে,
বস্ত্ৰ হৈয়া কৰিলা ৰক্ষণ ॥
অনাথৰ নাথ গতি ত্ৰাহি ত্ৰাহি যদুপতি,
তুমি প্ৰভু জগতৰে বাপ।
সিবেলাত কুমৰক, শক্তি নাহি চাহিবাক,
শুনন্তে দেখন্তে লাগে তাপ ॥
আকাশত দেৱগণে চাহি আছে ৰঙ্গমনে,
জৈমিনি বোলয় জন্মিজয়।
সত্যত থাকিয়া দেখা, আপন পুত্ৰৰ বেথা,
এৰিলেক হংসধ্বজৰায় ॥
শুনিয়োক সভাসদ, ভাবতৰ পুণ্যপদ,
জানি এৰিয়োক আন কাম।
কৃষ্ণক স্মৰি মনে, ৰাম সৰস্বতী ভণে,
নিৰন্তৰে বোলা ৰাম ৰাম ॥

## পদ।

হেন স্তুতি কৰিলন্ত সুধন্বা কুমৰ।
মহাতুষ্ট ভৈল প্ৰভু দেৱ গদাধৰ ॥
কাৰুণ্য হৃদয় নাৰায়ণ হৃষিকেশ।
আপুনি ভৈলন্ত সেহি তৈলত প্ৰবেশ ॥
অগ্নিসম তৈল কৰে উথল পাথল।
সুধন্বাৰ শৰীৰ যে ভৈলেক শীতল ॥

গ্ৰীষ্মকালে চন্দনে শীতল কৰে যেন।
অগ্নিয়ো শীতল তপ্ত তৈল পানী যেন ॥
প্ৰজাগণে বেঢ়ি বেঢ়ি চাৰে দুই পাশে।
গৃহে চড়ি নাৰীগণে চাহন্তে তৰাসে ॥
যতেক পথিক মানে চাই চাই যাই।
দুই নয়নৰ নীৰ বহি বহি যাই ॥
মনে মনে বোলয় নৃপতি কোনমতে।
আপোনাৰ পুত্ৰক মাৰয় অকাৰ্য্যতে ॥
নিদাৰুণ হৃদয় নিষ্ঠুৰ বজ্ৰসম।
কোন মতে আপোন পুত্ৰৰ ভৈল যম ॥
এহি বুলি বৰ্ণায়া কান্দন্ত সৰ্ব্বজন।
ধনু শৰ থৈয়া বোলে নকৰিবোঁ ৰণ ॥
আজি যদি সুধন্বাক তৈলে পুৰি মাৰে।
আমি যুদ্ধ নকৰিলে কোনে যুদ্ধ কৰে ॥
এহিমান শাস্তি কৰে কিছু নাহি দোষ
এহি বুলি প্ৰজাগণে কৰে উস মিস ॥
ঘৰে পৰে কান্দয় আকুল নাৰীগণ।
বোলে সুধন্বাক শাস্তি কৰে অকাৰণ ॥
পাত্ৰ মন্ত্ৰীসকলে ৰাজাক নুবুজাৱে।
কোমল শৰীৰ বাপু কত দুখ পাৱে ॥
অন্যে অন্যে কথা কৰে কুমৰক চাই।
তপত তৈলত পৰ ভুক্ ভঙ্গ নাই ॥

হংস যেন জলয় মানস সৰোবৰে।
বিকশিত পুষ্প যেন ফুলি শোভা কৰে॥
এদিনাতো কৰি জলে সুধন্বাৰ মুখ।
সাতুৰি ফুৰয় কিঞ্চিতেকো নাই দুখ॥
অন্যে অন্যে হাহাকাৰ কৰে সৰ্ব্বজন।
আৰাৱ তুমুল কৰি কান্দে নাৰীগণ॥
সবে নাৰীগণ আসি ভৈলা এক ঠাই।
বোলে আশীৰ্ব্বাদ কৰো কুমৰক চাই॥
আমি যেবে পতিব্ৰতা হওঁ সবে সতি।
আত্মস্বামী বিনে নাজানোহো আন গতি॥
আমাসাৰ বৰে জীওক সুধন্বা কুমৰ।
জুৰাওক শৰীৰ বাপু বিপাঙ্গে নমব॥
এতেক বুলিল যদি পতিব্ৰতা নাৰী।
কুমৰৰ ৰূপ তেবে চাহিতে নাপাৰি॥
মাৱসনে তাহাৰ আগত আছে চাই।
তপত তৈলত মোৰ পুতাই মৰি যাই॥
পুত্ৰৰ সন্তাপে অতি কান্দন্ত সুন্দৰী।
হৃদয়ত মুষ্ঠি হানি আউল জাউল কৰি॥
চেতন হৰিল সবে কান্দন্তে কান্দন্তে।
মাটিত পৰিল ঢলি আসনৰ হন্তে॥
মূৰ্চ্ছা যাই সুন্দৰী আছন্ত কতো বেলি।
সেৱকিনাগণে বোলে প্ৰাণ গৈল চলি॥

চেতন লভিয়া সতী বসিল মাটিত ।
আথাকে ধাকুৰে হিয়া নধৰয় চিত্ত ॥
প্ৰভাৱতী কুমাৰী ঘৰতে বসি আছে ।
মৰিযাওঁ বুলি তাই আসিলেক পাছে ॥
আনিয়া নৈলন্ত পাছে সুত আমলখি ।
উত্তম সিন্দুৰ আনি পিন্ধিলন্ত শিখি ॥
শাশুক প্ৰণাম কৰিলন্ত বৰ নাৰী ।
মোহোৰ দোষত থাকি স্বামী যাই মৰি ॥
মই কুলক্ষণী নাৰী নুগুণিলো মনে ।
কতেক বুলিলে প্ৰভু নৈৰাশ বচনে ॥
শাস্ত্ৰৰ সম্মতে দিয়া আছে ঋতুদান ।
কোন বিধি চলিয়া যমক দিলা দান ॥
শাশুয়ে মেলানি দিয়া যাওঁ সয়ন্তৰি ।
প্ৰভুৰ লগতে কটাহতে যাওঁ মৰি ॥
অনাচাৰি কুলক্ষণী মনে নুগুণিলোঁ ।
যুদ্ধক যাহন্তে মই বিঘিনি পাতিলোঁ ॥
এহি বুলি বৰ্ণায়া কান্দন্ত বৰ নাৰী ।
আকুল হৃদয় দেহা সহিতে নাপাৰি ॥
শৰীৰৰ খসাইলা বত্ৰিশ অলঙ্কাৰ ।
শিলাত আস্ফালি শঙ্খ ভাঙ্গিল হাতৰ ॥
শিশুকালে বোলে বাপে প্ৰভাৱতী আই ।
বিধৱা লক্ষণ তোৰ কিঞ্চিতেকো নাই ॥

মুখ পোড়া গণকে মিচাতে খাইলে বটা ।
যতন সুধিত কিছু নাহিকয় আটা ॥
নব বয়সতে অনাইলোহো খিলিকাব ।
অমৃতত বিষ যেন জানিবা আহাব ॥
স্বামীব লগতে মই যাওঁ সয়ম্ভবি ।
ঘবব বাহিব মই হৈবো কেন কবি ॥
স্বামীমাবি বুলি লোকে নিন্দিব আমাক ।
গোত্র কুটুম্বত কেন মতে বাখো নাক ॥
প্রভাবতী কান্দয় নয়নে বহে লোহ ।
মাব সনে কান্দয় সুধন্বা মোব পুহ ॥
বহিণী কান্দয় মোব বান্ধব ভৈয়াই ।
আনো প্রজাগণে কান্দে সুধন্বাক চাই ॥
সবে বোলে নৃপতিত কবোহো গোচব ।
আমি তেওঁব হস্তে মবো জীউক কুমব ॥
কান্দয় কাতয় প্রজা ধাকুবয় হিয়া ।
সুধন্বা মবয় আমি কি কবিবো জীয়া ॥
হংসধ্বজ বাজা আক হংস পুবোহিত ।
সাতোবয় কুমব দেখন্তে ভয় ভীত ॥
ত্রাহি ত্রাহি গোবিন্দ সুমবে নিবন্তব ।
বাধা কৃষ্ণ বাধা কৃষ্ণ প্রভু গদাধব ॥
চতুর্গুণে কান্তি জ্বলে বদন মণ্ডল ।
সূর্য্যব কিবণে যেন প্রকাশে কমল ॥

আপুনি ত্ৰৈলোক্য নাথে কৰিলেক দয়া ।
তাহাতে লিখিত দ্বিজে দেখিলেক মায়া ॥
হংসে বোলে মোৰ বাক্য শুনা মহাৰাজ ।
তয়্ পুত্ৰে কুমন্ত্ৰনা কৰি আছে সাজ ॥
তপত তৈলত দেখা শৰীৰ প্ৰকাশে ।
আছোক মৰিব কটাক্ষত কৰি হাসে ॥
উথল পাথল তেল থৈলেক যে মাৰি ।
তোমাৰ পুত্ৰৰ মায়া বুজিতে নাপাৰি ॥
উপায়েক জানোহো আনাওঁ নাৰিকল ।
এক গোটা পেলাই পৰীক্ষা কৰো তেল ।
নাৰিকল আনি হংস পেলাইলেক তাত ।
দেখি কোপে কম্পমান ভৈল জগন্নাথ ॥
দুই চক্ষু ভৈলে কণা নেদেখে ব্ৰাহ্মণ ।
অধম দ্বিজৰ আজি সুজিবোহো মান ॥
বৈষ্ণব সুধন্বা নকৰিলে মন্দ কাজ ।
কুটকৰি পেলাই মাৰে কটাহৰ মাজ ॥
আৰু বোলে অগ্নিমন্দ কুমন্ত্ৰৰ বলে ॥
প্ৰতিকাৰ সাধিবো বোলন্ত যোগবলে ॥
ব্যাঘ্ৰ চৰ্ম্মে বিঞ্চিয়া আছন্ত দুই ভাই ।
নাৰিকল পেলাই আছন্ত তাক চাই ॥
গোবিন্দ প্ৰভাবে নাৰিকল দুই ফাল ।
ঠাট কৰি ফুটিয়া কৰ্ণত দিলে তাল ॥

উঠা উঠা বাপু তুমি সুধন্বা কুমৰ ।
কৃষ্ণাৰ্জ্জুন দুইক বাপু সুখে যুদ্ধকৰ ॥
উঠিল সুধন্বা বীৰ কৰযোৰ কৰি ।
হংস লিখিতৰ পাৱে প্ৰণামিলা পৰি ॥
বাপৰ চৰণে বীৰ নমস্কাৰ কৰি ।
ইষ্ট দেৱ গোবিন্দক বাৰম্বাৰ স্মৰি ॥
প্ৰণামি মাৱৰ বীৰে চৰণ যুগল ।
গুৰু পুৰোহিতে দিলা অশেষ মঙ্গল ॥
চাৰি গোটা ঘোড়াৰ সাজিল ৰথ খান ।
চাহান নযাই যেন সূৰ্য্যৰ সমান ॥
জৈমিনি বদতি শুনিয়োক নৰেশ্বৰ ।
সুধন্বা উঠিল সেহি ৰথৰ উপৰ ॥
বজ্ৰসম ধনুৰ্ব্বান হাতে তুলি লৈল ।
অস্ত্ৰ শস্ত্ৰ সমস্তে ৰথত তুলি থৈল ॥
বয়সত শিশু আৰু বিষ্ণুত ভকত ।
অশ্বিনীকুমাৰ যেন দেখন্তে ৰূপত ॥
প্ৰজাসবে বেঢ়ি চায়ে নাহি কিছু দুখ ।
দুই দলে আসি ভৈল যুদ্ধক সমুখ ॥
গজ মদ জলে সবে ভূমিক তিয়াইল ।
হয় ঘোড়া ধূলায়ে সমুখ ঢাকি থৈল ॥
হংসধ্বজে বোলয় ঘোড়াক ধৰি আন ।
ভাল কৰি ৰাখিয়োক পত্ৰ বেদ খান ॥

ঘোড়া ধৰি আনিলেক ৰাজাৰ বচনে ।
অৰ্জ্জুনক যুঝিতে সমুখ ভৈল ৰণে ॥
বৰ বৰ বীৰগণ গৈল আগুৱাই ।
সুধন্বা সুৰথ গৈল তাৰা দুই ভাই ॥
পাত্ৰ মন্ত্ৰী সহিতে নৃপতি গৈলা ধাই ।
হস্তি ঘোড়া ৰথী ৰথ সীমা সংখ্যা নাই ॥
বাদ্য ভণ্ড শবদে পুৰিল দশোদিশ ।
অন্যে অন্যে প্ৰজাগণে উসমিস ॥
অৰ্জ্জুন বদতি শুনিয়োক কামদেৱ ।
তুমি বিনে ঘোড়াক ৰাখন্তা নাহি কেৱ ॥
পুত্ৰ অনিৰুদ্ধ সমে তুমি হুয়ো সাজ ।
অনুশালা যুবনাশ্ব আদি মহাৰাজ ॥
সাত্যকি যে কৃতবৰ্ম্মা আৰু নীলধ্বজ ।
কৰ্ণ সুত বৃষকেতু হোৱন্তোক সাজ ॥
শুনিয়োক সাত্যকি কৃতবৰ্ম্মা অনিৰুদ্ধ ।
কোন কালে শুনিছা যাদৱে ভঙ্গ যুদ্ধ ॥
তোমাৰ হাতত বাপে দিলন্ত আমাক ।
প্ৰভাতে আমাক বুজাই বাপে দিলে হাক ॥
ধনঞ্জয় সখি মোৰ প্ৰাণতো আচল ।
মই যাইতে নপাৰো তোমৰা সবে চল ॥
প্ৰাণান্তিক হন্তে সখি মোক নেৰিবাহা ।
হেন বাক্য বুলিলন্ত জগতৰে নাহা ॥

হংসধ্বজ ৰাজা আৰু সুধন্বাদি যত।
শিৰশ্ছেদ হৈক সবে তোমাৰ হাতং ॥
তোমাৰ হাতত দিলে পুত্র নাতি ভাই।
মোহোৰ সমান বল এসন্বাই হই ॥
হেন বাণী শুনি পাছে কর্ণৰ নন্দন।
নমস্কাৰ কৰি পাচে বুলিলা বচন ॥
নোহো নোহো ধনঞ্জয় হওঁ কর্ণ সুত।
অল্প সেনা যুঝিতে তোমাৰ অযুগুত ॥
প্রলয়ৰ উতপতি হৰি হৰ দুই।
তুমি সব পশিবাৰ অযুগুত লই ॥
তোমাৰ সমুখ হোও ইন্দ্র সুৰপতি।
তেবেসে তোমাৰ সঙ্গে যুদ্ধক সংগুতি ॥
মুখৰ বতাসে যিবা ভস্ম হয়া যাই।
বাযব্য অগনি তাত কিসক লাগই ॥
চক্ষু দুই চাহন্তে যে যিবা সর্প মৰে।
তাক লাগি কোনে গৰুডক আগ কৰে ॥
গিটো ধূলা থৰ কৰি আন বৰিষণ।
তাক লাগি বৰুণ আসিল কি কাৰণ ॥
শত্রুৰ কটক মই তৃণ হেন মানো।
শিশু দুই মাৰো আৰু ঘোৰা ধৰি আনো
যমদূতে যেহেন প্রাণীক লৈয়া যাই।
বিষ্ণু দূতে পাই তাক আনে উভতাই ॥

বিষ্ণুৰ সেৱক মই আনিবোহোঁ হয় ।
এহি বুলি আগ ভৈলা কর্ণৰ তনয় ॥
দয়াময় অর্জ্জুনে কৰিল নিবোধান ।
বলে দর্পে তুমি তাৰ সুহিবা সমান ॥
ধনু ধৰি শঙ্খক ফুঙ্কাৰ খেদি যাই ।
সমুখে ৰ   বীৰ সুধন্বাক চাই ॥
সুধন্বা বোলয় কোন গোটি এতমনা ।
নেদেখ তোহোৰ দুই চক্ষু হৈল কণা ॥
বৃষকেতু বোলয় নোহয় সব্যসাচি ।
অস্থি মাংস খুৱাইবো গৃধ্রক বাচি বাচি ।
সুধন্বাৰ বচনে সাৰথি ৰথ নিল ।
দুই জনে ৰথ নিয়া সমুখে ৰাখিল ॥
সুধন্বা বোলন্ত তুমি কাহাৰ তনয় ।
যমক আসহ ধাই নকৰহ ভয় ॥
বৃষকেতু বোলে শুনা সুধন্বা কুমৰ ।
পিতামহ আমাৰ জানিবি দিবাকৰ ॥
চাহান নাবাই যাৰ প্রচণ্ড প্রতাপ ।
তাহার তনয় হোন্ত মোৰ নিজ বাপ ॥
মোহোৰ বিক্রম ত্রৈলোক্যত বৰশালি ।
জগতে বখানে মোক কর্ণ সুত বুলি ॥
দাতা দান পতি বুলি বখানন্ত বাক ।
তেঁহে কর্ণ বাপ জন্ম দিলেক আমাক ॥

হেম শুনি সুধন্বায়ে দিলেক উত্তৰ।
মধুস্যন্দ ঋষি গোত্ৰ জানিবি আমাৰ॥
হংসধ্বজ মহাৰাজা হোন্ত মোৰ বাপ।
আজি কি সহিবি তই মোহোৰ প্ৰতাপ॥
যত মান শৰ তই শিখিয়া আচস।
মোহাৰ আগত আজি সকলো দৰশ।
আপোনাক আপুনিয়ে ভাল বলি মানে॥
ভালমন্দ গুণা গুণ মধ্যস্থেসে জানে॥
মোহোৰ বাপৰ জন্ম কুন্তী কন্যা কালে।
দেখিবাৰ যোগ্য নোহ চুইবে নোহ ভালে॥
পাণ্ডবেসে শক্ৰ আসি তাক কৰ সেৱ।
সবে মই জানোহা তুমিসে বৰ দেৱ॥
জন্ম উচ্চাৰন্তে ক্ৰোধ ভৈল কৰ্ণ সুত।
শৰ বৃষ্টি কৰিল দেখিতে অদভূত॥
ৰথধ্বজ সুধন্বাৰ কাটিল সকল।
এটাসেক দিল বীৰে মুখে নাদ কৈল॥
অশ্বগজ পদাতি কাটিল বহুমান।
মৰি যম ঘৰে গৈল বৃষকেতু বান॥
হেন দেখি সুধন্বা হানিল পঞ্চবান।
বুকে পৰি বৃষকেতু ভৈল মূৰ্চ্ছমান॥
সুজানো সাৰথি ৰথ কৰিলা অন্তৰ।
সবে বোলে বৃষকেতু যাই যম ঘৰ॥

হেন দেখি ধাইলা পাছে ৰুক্মিণীৰ সুত ।
মকৰধ্বজক যাৰ দেখি অদভুত ॥
যাহাৰ সদৃশ ৰূপ নাহি ত্রিজগতে ।
হেন কাম সুধন্বাৰ মিলিল আগতে ॥
থাক থাক সুধন্বা আৰুৰ কৈক যাস ।
যমপুৰে পঠাই মাৰক মাতি আস ॥
তোৰ প্রাণ মাৰিলে মাৰেসে পাইব শোক ।
নাজানিয়া মদনে মাৰিলে মোৰ পোক ॥
এহি বুলি মাৰিলেক কুৰিপাট শৰ ।
সুধন্বাৰ অঙ্গৰ পশিল ভিতৰ ॥
সাৰথি গোটিক কৃষ্ণ সুতে থৈলা শালি ।
যত অস্ত্রশস্ত্রমানে পেলাইলা বসালি ॥
তিনি শৰে ঈশাদণ্ড কৈলা তিনি খান ।
তথাপিতো সুধন্বাৰ নেভেদিল প্রাণ ॥
সুধন্বাৰ লগে আইল যত ৰথবৰ ।
খণ্ড খণ্ড কৰিলেক কৃষ্ণৰ কুমৰ ॥
ৰথক লাগিয়া প্রহাৰিল পঞ্চবান ।
উলটায়া থৈল নিয়া আসিবাৰ থান ॥
কৃতবর্ম্মা বীৰক সুধন্বা আগে দেখি ।
নৱশৰ প্রহাৰি গৈলেক ক্রোধে খেদি ॥
পথতে কাটিল কৃতবর্ম্মা মহাবীৰ ।
সুধন্বায়ে প্রহাৰিল পঞ্চ গোটা শৰ ॥

হংসধ্বজ সুত শৰে ঘোড়াক কাটিল।
অন্তৰিল কৃতবৰ্ম্মা সংকোচিত ভৈল
হেন দেখি সাত্যকিৰ নসহয় প্ৰাণ।
ধনু ধৰি তেতিক্ষণে বৰিষিলা বান॥
তাক পঞ্চ গোটা বান হানি মহাৰথী।
সুধন্বায়ে সাত্যকিক কৰিল বিৰথী॥
ফুলিল পলাশ যেন দেখি দুই বীৰ।
ৰুধিৰে দগধ ভৈল দুয়োৰো শৰীৰ॥
শক্তি গোট ধৰি হংসধ্বজৰ তনয়।
সাত্যকিক সুধন্বায়ে কৰিলা প্ৰলয়॥
পীড়া পায়া সাত্যকি ভৈলেক মূৰ্চ্ছমান।
অচেতনে পৰিলে নাহিকে শ্ৰুতিজ্ঞান॥
সাত্যকিৰ ভঙ্গ দেখি পলাইলা কটক।
সাৰোণে খেদিয়া নেই যেহেন চটক॥
বাপ পোৰো নচাৱে নচাৱে প্ৰজা পাছ।
খাণ্ডা বাৰু কৰিয়া এৰিলে যুদ্ধ কাছ॥
কাট কাট কৰি প্ৰজা পাৰয় আটাস।
পাণ্ডৱী দলৰ ভঙ্গ ভৈল মহাত্ৰাস॥
হেন দেখি ধনঞ্জয় কুন্তীৰ তনয়।
বাসৱৰ বীৰ্য্যে জাত ৰণত নিৰ্ভয়॥
ধৰ্ম্মৰ কনিষ্ঠ গোবিন্দৰ প্ৰাণ সখি।
ধনঞ্জয় ধাইল সাত্যকিৰ ভঙ্গ দেখি॥

শ্বেত চাৰি ঘোড়া জলে ধ্বজবানবৰ।
হাতত গাণ্ডিৱ ধনু লৈলা দিব্যশৰ॥
ক্ষয় নাহি দুই তূণ পিঠীত বান্ধিল।
হেন ধনঞ্জয় বীৰ সুধন্বাক ধাইল॥
অল্প বয়সত তোৰ বৰ পৰাক্ৰম।
দক্ষিণ দিশক পঠাওঁ চাহি আস যম॥
ভাৰত যুদ্ধত ৰণ কৰিলোঁ বিস্তৰ।
সাম্ফল মুনিষ বাচি বৰ বৰ বীৰ॥
প্ৰাণান্তিক বেলাত সুমৰ ইষ্টদেৱ।
মই তোক মাৰিবোঁ ৰাখন্তা নাহি কেৱ॥
সুধন্বা বোলয় শুনা পাণ্ডুৰ নন্দন।
গোবিন্দ সাৰথি বলে জিনিলাহা ৰণ॥
আছোক অৰ্জ্জুন তোক তিনি লোক পাবে।
পলোৱাই থেদে জালোৱাই ধৰি মাৰে॥
আজি যে গোবিন্দ নাহি কান্ত কিকৰিবা।
মোহোৰ হাতৰ আজি সেহুৰে নেৰাইবা॥
যশক লভিবোঁ মই তোহোক মাৰিবো।
এহি ঘোৰিকাত পুনঃ বস্ত্ৰ আস্তিবো॥
কৌৰব দলৰ যুদ্ধি মুনিষ বুঝাৰ।
পৃথিবী মণ্ডলে যশ ৰহিল যাহাৰ॥
কৌৰৱক মাৰি তোৰ এতমান গৰ্ব্ব।
মোহোৰ হাতৰ প্ৰহাৰেক ভূমি সহ॥

আজিসে তোমাৰ আনি বুজো অভিপ্ৰায় ।
কৃষ্ণ হীন যুদ্ধ দেখোঁ জিনিয়ো আতাই ॥
হেন শুনি ধনঞ্জয় ক্ৰোধে গৈলা জলি ।
তূণৰ শতেক শৰ বাছি লৈল বলী ॥
যুৰি প্ৰহাৰিলা যে গাণ্ডিৱ ধনু‍ৰ্গুণে ।
পাণ্ডুৰ নন্দন বীৰ বৰ যে অৰ্জ্জুনে ॥
কিৰীটিৰ শৰ আসে আকাশে প্ৰকাশি ।
সুধন্বা কুমাৰে ছেদিলন্ত হাসি হাসি ॥
দশ গোটা তক্ষক যেহেন নিৰন্তৰ ।
অৰ্জ্জুনক শালি থৈল সুধন্বা কুমাৰ ॥
ধনঞ্জয় জলি গৈল কোপে অপমানে ।
শৰে শৰ কাটিলন্ত তিলৰ প্ৰমাণে ॥
অগ্নি অস্ত্ৰ যুৰিলা সবেও গৈল ডৰি ।
সুধন্বাৰ কটক মাৰয় সবে পুৰি ॥
সবে অন্ধকাৰ ভৈল দেখি দশোদিশ ।
নেদেখে সুধন্বা প্ৰজা কৰে উসমিস ॥
ঘোড়াৰ পথাক পুৰি পোৰয় চামৰ ।
গাৱে ফিৰি ফিৰি পোৰে পথা যে শৰৰ ॥
ওপৰে মুৰই পক্ষী ডৰে মৰিবাক ।
আটাস পাৰয় হংসধ্বজৰ কটক ॥
সমস্ত সেনাৰ বস্ত্ৰে লাগিল অগনি ।
ত্ৰাহি ত্ৰাহি বোলে সবে মিলিল বিঘিনি ॥

হেনা দেখি সুধন্বা বৰুণ অস্ত্ৰ লৈলা।
গিৰ গিৰ শব্দে মেঘ দল আসি ভৈলা॥
প্ৰহাৰিল শৰ যেন বিজুলি চটক।
মুমাইল অগনি সবে যুৰাইল কটক॥
পাণ্ডৱী সেনাক লাগি বৰিষিবে লৈলা।
থৰ থৰ কাম্পে প্ৰজা বৃষ্টিতে তিতিলা॥
বাদ্য ভণ্ড তিতি সবে ঢেপ ঢেপ বাজে।
হাতে পাবে কাম্পে প্ৰজা যুদ্ধক নাসাজে॥
বাদ্য ভণ্ড কুচণ্ডি চাচৰ জোপ জোপ।
জুল বস্ত্ৰ তিতিল খসিল সবে তূণ॥
উলটি নাসয় শৰ তিতি আছে পাখি।
একোজনে নোৱাৰয় মেলিবাক আখি॥
দুৰবো যেবে তাসম্বাৰ ভৈল ঘোৰ ৰণ।
অৰ্দ্ধ চন্দ্ৰে সুধন্বা কাটিল ধনুগুৰ্ণ॥
ধনুগুৰ্ণ কাটিল অৰ্জ্জুন অস্ত্ৰে হীন।
বোলন্ত যে হে কৃষ্ণ সুখো তজু খুণ॥
যেহি যেহি অস্ত্ৰক হানন্ত ধনঞ্জয়।
তাকে তাকে কাটে হংসধ্বজৰ তনয়॥
শৰক যোৰান্তে বীৰে দুই পৰ মান।
হানিবাক নাপাৱয় এক গোটা বান॥
বোলন্ত অৰ্জ্জুনে মোৰ ঘোৰ যুদ্ধ ভৈল।
ভীষ্ম দ্ৰোণ কৰ্ণ সমে এতেক নভৈল॥

বাসৱক যুঝি দাহ কৰিলোঁ খাণ্ডৱ ।
সিকালতো এতেক নভৈল পৰাভৱ ॥
ৰথৰ উপৰে বীৰে এৰিলেক ধনু ।
পাণ্ডুৰ নন্দনে কৰিলেক মহামন্যু ॥
সুধন্বা বোলয় শুনা পাণ্ডুৰ তনয় ।
মোহোৰ হাতত আজি ভৈলা মহাভয় ॥
গহ কৰি আসিলাহা গোবিন্দক এৰি ।
প্ৰাণ হৰুৱাইলা আজি মোৰ হাতে পৰি
আপোনাৰ জীৱনত যদি আছে আশ ।
সুমৰিয়ো কৃষ্ণ আসন্তোক তযু পাশ ॥
গোবিন্দৰ কাৰণে সবাতো হোৱা জয় ॥
গহ ৰক্ষা কৰিয়া ফুৰাহা ধনঞ্জয় ॥
দ্বাৰকাত জানিলন্ত দৈৱকী তনয় ।
জৈমিনি বদতি শুনিয়োক জান্মজয় ॥
অবিদিত কৃষ্ণক নাজানে ত্ৰিভুবন ।
সুমৰন্তে অৰ্জ্জুনে জানিল নাৰায়ণ ॥
বাম চক্ষু ফন্দয় কাম্পয় বাম মুখ ।
জানিলোঁ সখিৰ কিবা মিলিলেক দুখ ॥
অনুমানে জানো সখি ৰণে ভঙ্গ ভৈল ।
ৰথে চৰি হৰি অৰ্জ্জুনৰ পাশে গৈল ॥
গোবিন্দ আসিল যেবে অৰ্জ্জুনৰ পাশ ।
হেন দেখি সুধন্বাৰে তুলিলন্ত হাস ॥

সুধন্বাৰ শৰ বেগ অতি বিপৰীত।
গোবিন্দক ভেদিল দেখন্তে ভয়ে ভীত॥
অৰ্জ্জুনক দশ শৰে ভেদিলেক বীৰে।
ঘোড়া সবো ভূমিত পৰিল জাম্বুশিৰে॥
শৰ পায়া অৰ্জ্জুন বিকল ভৈল ৰণে।
হেন দেখি হৃদয়ে সদয় জনাৰ্দ্দনে॥
গোবিন্দ সাৰথি তুমি অৰ্জ্জুন যুঝাৰ।
সপ্তদ্বীপা বসুমতী ফুৰা চক্ৰাকাৰ॥
শুনিয়োক পাছ কথা সুধন্বাৰ বধ।
ৰাম হৰি বোলা সবে খণ্ডোক আপদ॥

## ছুলৰি।

গোবিন্দ বদতি, শুনা প্ৰাণ সখি,
দেখিলা বীৰৰ বল।
তাহাৰ শৰত, ৰথ নৰহয়,
উটি ফু া যেন দল॥
আগ পাছ তুমি, একো নুশুনিলা,
প্ৰতিজ্ঞা কৰা ডাঙ্গৰ।
ঘৰে থাকি তুমি, অগনি লগালা,
ছুয়াৰে বান্ধি হাঙ্গাৰ॥
সাগৰ জলত, সাম্ভোৰ মেলিলো,
গলত বান্ধিলা শিলা।

ভাল মন্দ একো, বিচাৰ নকৰি,
মোতো তুমি নুসুধিলা ॥
জয়দ্ৰথ বধে, প্ৰতিজ্ঞা কৰিলা,
তাতো পাইলা মহাভয় ।
কত বুদ্ধি বলে, প্ৰতিজ্ঞা সাম্ফলি,
তাতো লভিলাহা জয় ॥
একে পতিব্ৰতা, ধৰ্ম্ম অতিৰেক,
যতেক কষ্টত কষ্ট ।
প্ৰতিজ্ঞা কৰিলা, মোতো নুশুধিলা,
সত্য কৰিলাহা ভ্ৰষ্ট ॥
ব্ৰাহ্মণৰ দশ, পুত্ৰৰ নিমিত্তে,
কৰিলাহা অঙ্গীকাৰ ।
দিবাক নপাৰি, মৰিতে চাহিলা
কৰিলোঁ তাতো উদ্ধাৰ ॥
অৰ্জ্জুন বদতি, শুনা লক্ষ্মীপতি,
হেনয় ভৈল আমাত ।
সুধন্বা বীৰৰ, শৰৰ সন্ধানে,
নচলয় ভৰি হাত ॥
শ্ৰীবক্ষস্থলে, প্ৰহাৰ কৰিল,
শোণিত বহয় ধাৰে ।
হেন দেখি তাৰ, শৰীৰ নসহে,
ক্ৰোধিল কুন্তী কুমাৰে ॥

গাণ্ডীব ধনুত, শৰ যুৰিলন্ত,
দ্বাদশ আদিত্য সম।
সুধন্বাৰ আসি, মৃত্যুকাল ভৈল,
আপুনি আসিল যম॥
গোবৰ্দ্ধন ধৰি, গোকুল ৰাখিল,
যতমান পুণ্য ভৈল॥
আপুনি শ্ৰীহৰি, মন্ত্ৰ জাপ্যকৰি,
সেহি শৰপাট ভৈল॥
অৰ্জ্জুনে এৰিল, আকাশে চলিল,
শৰৰ দীপ্তিক দেখি।
ত্ৰিদশ দেৱৰ, কম্পমান ভৈল,
যৱস চটক পক্ষী॥
সুধন্বা বদতি, শুনা লক্ষ্মীপতি॥
তুমি অৰ্জ্জুনৰ সখা।
পাণ্ডৱৰ বান. কৰো দুই খান,
মোৰ বাহুবল দেখা॥
এহি বান গোট, মধ্যত নাকাটো,
তবে হৈবো পাপভাগী।
এহি বুলি বীৰে, অৰ্দ্ধচন্দ্ৰ বান,
মাৰিলা শৰক লাগি॥
বানে পৰি বান, হৈল দুই খান,
ভূমিত আসি পাৰিল।

ত্রিদশ দেৱতা. বিস্ময় ভৈলন্ত,
ভুবন তিনি লৰিল ॥
হাহাকাৰ ভৈল, পৃথিবী লৰিল,
স্বৰ্গত লাগিল ত্ৰাসী ।
জলচৰ জন্তু, তৰত পৰিল,
মিলিল প্ৰলয় আসি ॥
লজ্জা ভৈল মনে, কুন্তীৰ নন্দনে,
আক পাট লৈল শৰ ।
পৃথিবী মণ্ডলে, যত পুণ্য আছে,
তাক দিল গদাধৰ ॥
অৰ্জ্জুন সাম্ফল, তুমি মহাবল,
সুধন্না বোলয় বাণী ।
আপুনি গোবিন্দে, তোমাৰ নিমিত্তে,
পুণ্য কৰি আছে হানি ॥
বশিষ্ট অৰুণ, দুই জন বন্দো,
কাটো দুই পাট শৰ ।
হেন বাণী শুনি, ত্ৰিদশ দেৱতা,
হৱে কম্পমান ডৰ ॥
অৰ্জ্জুনে এৰিল, আকাশে চলিল,
দেখি সবে হোন্ত ভয় ।
সহস্ৰেক সূৰ্য্য, এক বাৰ যেন,
প্ৰভাতে ভৈল উদয় ॥

আকাশে ডরিল ত্রিদশ দেবতা,
মর্ত্যত ডরিল নর।
চৈধ্যায় ভুবন, আজি দহিবেক,
অর্জ্জুন বীরর শর॥
দুই মহাবীর, সংগ্রাম মিলিল,
নাজানি কাহার ভঙ্গ।
চক্ষু তরি তরি, চাহিয়া আছিল,
নাহি কারো রঙ্গ চঙ্গ॥
অর্জ্জুনে চালিল, আকাশে চলিল
পৃথিবী কম্পানা যাই।
নয় জাপাকরি সুধন্বা কুমারে,
মারিলন্ত লক্ষ চাই॥
সিও বান গোটি, খণ্ড খণ্ড হই,
পৃথিবী মাঝে পরিল।
শঙ্খর শব্দে, সুধন্বা কুমরে,
সেনাক চক্ষ লগাইল॥
গোবিন্দ বদতি, শুনা প্রাণ সখি,
কিমতে রাখিবা প্রাণ।
বলে পরাক্রমে, সুধন্বার তুমি,
মুহিবা আজি সমান॥
সাম্ফল মারর, গর্জ্জিত ধরিল,
ত্রিভুবনে বীর সার।

স্বৰ্গৰ ওপৰে, থাকিলাহা হস্তে,
প্ৰতিজ্ঞা সাফল যাব ॥
তোমাৰ শৰত, নমৰয় বীৰ,
মই মাৰিবোহোঁ শৰে ।
এখনে দুই হাস্তে, শঙ্খ ফুকিওক,
গায়ে আছে যত বল ॥
পাঞ্চ জন্য শঙ্খ, গোবিন্দে ফুকন্ত,
ধনঞ্জয় দেৱ দত্ত ।
আপুনি শ্ৰীহৰি, দেৱ সাক্ষী কৰি,
শৰ ভৈল অদভুত ॥
সৰ্প শৰ গোট, ফোকাৰ আফুট,
পুংশত ব্ৰহ্মাক ভৈলা ।
মধ্যে মহাকাল, দিলা সৃষ্টিপাল,
আপুনি ফণাক ভৈলা ॥
ৰাম অৱতাৰে, যত পুণ্য আছে,
শৰত নিয়া থাপিল ।
গাণ্ডিৱৰ গুণ, যুৰিল অৰ্জ্জুন,
ব্ৰহ্মাণ্ড সবে কম্পিল ॥
সমস্তে জগত, টোল পাৰ ভৈল,
পাতালে লাগিল তাপ ।
স্বৰ্গ যে মৰ্ত্তাত, হাহাকাৰ ভৈল,
শৰৰ দেখি প্ৰতাপ ॥

শুনা সৰ্ব্বজন, কেদিন জীৱন,
ধৰা মাধৱৰ নাম ।
সংসাৰ সাগৰ তৰিবাহা সুখে,
মুখে বোলা ৰাম ৰাম ॥

— :- -:• —

# পদ ।

অৰ্জ্জুন বদতি শুন হংস ধ্বজ সুত ।
এহি শৰ পাট তোৰ ভৈল যমদূত ।
বাণ মাৰ ইষ্ট বন্ধু দেৱক সুমৰ ।
আজি তোক মাৰিয়া পঠাওঁ যমপুৰ ॥
সাগৰৰ জলে তই বান্ধিলিছি সেতু ।
ফৰিঙ্গৰ ঠেঙ্গ ভাঙ্গি দেখাব বীৰত্ব ॥
এহি শৰ পাটে মেৰে নবধোহো তোক ॥
চৰি তৰ পাতেকৰ বধ লাগে মোক ।
এহি বুলি অৰ্জ্জুনে হানিল সৰ্প শৰ ।
প্ৰলয় কালৰ যেন অগ্নি দিবাকৰ ॥
শৰৰ অগ্ৰৰ হন্তে অগ্নি বাঢ়ি যাই ।
ডৰে পিঠি দিয়া দেৱে থাকিল লুকাই ॥
স্বৰ্গ্যে ৰথ নডাকন্ত নবহয় বায়ু ।
লোকে বোলে নজানন্ত কাৰ কত আয়ু ॥
শিব শিব শবদে উৰয় ফিৰিঙ্গনি ।
জগতৰ অনিহিত মিলিল অগনি ॥

উভয় সেনাৰ মাজে কিবা বিঘ্নি হয়।
সম্মুখে থাকিল হংসধ্বজৰ তনয়॥
বায়ু পাশ ঢাকি আসে শৰ মহাশয়।
পৃথিবী আকাশ টল বল যে কৰয়॥
সুধন্বা বোলয় মই নতু কৰো পাপ।
তোমাৰ অন্তৰে আইল জগতৰ বাপ॥
ব্রহ্মা, কাল, কৃষ্ণ, ভৈল এহি শৰ পাটি।
তাক মই দুই খণ্ড কৰিবোহো কাটি॥
তুমি বধিয়োক হৰি আসি দেৱ লোক।
কিন্তু তথাপিতো কোনে বধিবেক মোক।
শৰৰ অগ্ৰত হৰি আছা বধ মনে।
নুহি লাগিবাক পাৰে নিষ্ফল অৰ্জ্জুনে॥
ব্ৰহ্মা কাল আগ হোক তুমি পুংশে হোৱা।
তেবে নাৰায়ণ মোৰ বাহু বল চোৱা॥
যেন তেন একবাৰ লাগে মৰিবাৰ।
কিন্তু এক অসন্তোষ থাকিল আমাৰ॥
বাপ মোৰ নিজীবন্ত মই বধ যাওঁ।
খণ্ডিব মাৱৰ যে অসতী কুশিয়াও॥
মোৰ মনে ভাল হৈল কৃষ্ণ হাতে মৰোঁ।
মুকুতিৰ সাধি মই পুৰুষ উদ্ধাৰোঁ॥
বিধবা ভৈলেক মোৰ ভাৰ্য্যা প্ৰভাৱতী।
অসন্তোষ থাকিলেক তিনি কাগ্য প্ৰতি॥

দেখিয়ো দেখিয়ো হৰি কাটো ইটো শৰ।
এহি বুলি প্রহাবিল সুধন্বা কুমৰ॥
বাণে পৰি মধ্যত কৰিল দুই খান।
ব্ৰহ্মা, কাল দুই পৰি পাইল বৰ টান॥
জিহ্বা আদ খানত আছিলা দৰ হৰি।
মুণ্ডে যেন যাস্ত সুধন্বাক লক্ষ কৰি॥
গোবিন্দে আসিয়া যেৱে তাক পাইল দেখি।
সুধন্বাৰ গাৱে পৰি পেলাইলেক ছেদি॥
উফৰি পৰিল শিৰ কৃষ্ণৰ চৰণে।
কিৰীটি কুণ্ডল শিৰ দেখি সুশোভনে॥
জপন্ত কেশৱ নাম নৰসিংহ হৰি।
দুই হাতে মুণ্ড গোট তুলিলন্ত ধৰি॥
তাহাৰ শৰীৰ হন্তে আত্মা বাহি যাই।
গোবিন্দৰ শৰীৰত প্রবেশিল গৈই॥
কৃষ্ণ বাতিৰেকে কিছু নজানন্ত আন।
মাধৱ সহিতে তেৱে ভৈল এক স্থান॥
গাণ্ডি গোট উফৰি পৰিল বৰ ভাৰ।
হস্তি ঘোড়া মানুষ মৰিল ঠাৱে ঠাৱে॥
সেহি মুণ্ড গোট আচাৰিলন্ত তহিতে।
উফৰি পৰিল হংসধ্বজৰ কোলাতে॥
সুধন্বাৰ মুণ্ড গোট কুণ্ডল মণ্ডিত।
গলে বান্ধি ৰাজা তেৱে লাগিল কান্দিত॥

শুনা সভাসদ সবে তেজা আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম।

---

# দুলৰি।

হৰি হৰি বাপু, সুধন্বা কুমৰ,
মোক মাত একবাৰ।
ধনুশৰ ধৰি, সমৰক যাহা,
অৰ্জ্জুন ঘোড়াক ধৰ॥
বাপ হুয়া তোক, নিগ্ৰহ কৰিলোঁ
তৈলত পেলাইলোঁ তোক।
সেহি দুঃখ খানি, মনত ধৰিয়া,
সম্মুখে নামাত মোক॥
পিতৃৰ শতেক, দোষ ক্ষেমিয়োক,
পুত্ৰৰ হোৱে যুগুত।
নকৰিলা পাপ, সুধন্বা যে বাপ,
কৰিলা শাস্ত্ৰ যুগুত।
মাৰ বহিণীয়ে, যতেক বুলিল,
তাক নকৰিলি সাৰ।
এহি সব গুণ, বৰ্ণায়া কান্দন্ত,
শিৰে চুম্বি বাৰম্বাৰ॥

# পদ।

সুৰথ বদন্তি বাপ এৰিয়োক শোক।
প্ৰতিজ্ঞা সাম্ফলি বীৰ গৈল যমলোক ॥
যশক থৈলন্ত বীৰে প্ৰতিজ্ঞাক কৰি।
উপজিলে পৃথিবীত কোননো নমৰি ॥
সমৰ বেলাত বাপ এৰিয়ো সন্তাপ।
বিষাদ দেখিয়া বাঢে শত্ৰুৰ প্ৰতাপ ॥
কিবা পাপ ফলে, প্ৰভু নেদেখিলে আই।
সেহি গুণ দুঃখে দেহা ধৰণ নাযাই।
হেন শুনি হংসধ্বজে শিৰ আছাৰিল।
দুই হাতে নাৰায়ণে পথতে ধৰিল ॥
সেহি মুণ্ড গোটা হৰি পেলাইলন্ত হানি।
হৰে তাক পাই মালা-গন্থিলন্ত জানি ॥
খট্টাঙ্গ ডম্বৰু ধৰ প্ৰভু দিগম্বৰ।
পাৰ্ব্বতী সহিতে হৰ জগত ঈশ্বৰ ॥
সুৰথ বদন্তি বাপ নকৰিবা ভয়।
সবে মাত্ৰ সাধিবো বধিবো ধনঞ্জয়।
পাষণ্ড যে পাণ্ডৱক ঠাৱ ঠাৱ কৰোঁ।
অৰ্জ্জুনৰ শিৰ ছেদি ৰণ চণ্ডী কৰোঁ ॥
কছুপাত ফালিয়া দেখাবে বৰ বীৰ।
মোৰ ভ্ৰাতৃ বৈৰিক সত্বৰে কাটো শিৰ ॥

ৰথ ভঙ্গ দেখি পাচে ক্রোধিল সুৰথ।
শূলপাট হানিলেক অৰ্জ্জুনৰ ৰথ॥
পৃথিবী-সহিতে শালি থৈলা একে কৰি।
কৃষ্ণে ঘোড়া ডাকন্ত নচলে একে ভৰি॥
আজি যেবে নপাৰন্ত দৈৱকী নন্দন।
তাহাঙ্ক কালত লাগি থৈবো সুমৰণ॥
এহি বুলি সুৰথ ৰথক চলি গৈলা।
কৃষ্ণ অৰ্জ্জুনৰ সমে এক স্থান ভৈলা॥
শঙ্খৰ শবদে বীৰ পূৰিল পাতাল।
সকলো লোকৰ দুই কৰ্ণে দিল তাল॥
উলটিায়া বাম হাতে লৈল ধনুখান।
উপছায়া পিঠিত বান্ধিল দুই তূণ॥
নানা অস্ত্র ভৰি পুৰি ৰথত উঠিলা।
অৰ্জ্জুনক চাই হেন বচন বুলিলা॥
চাহি যাক ফুৰিলো হাততে পাইলো তাক।
বিগুটিয়া মাৰিবোহোঁ আউৰ যাইবা কৈক॥
নজানিয়া আগক আসিলি মন্দ ভাগী।
সুধন্বাৰ ঋণ সুজো তোক মাৰি আজি॥
বৈশ্যে যে আসিয়া তোৰ পিতামহ ভৈল।
তাত হন্তে পাণ্ডৱৰ যশ বাশি ভৈল॥
সুৰথে বোলন্ত তোৰ কিছু নাহি লাজ।
কুন্তী মাৰে গুপুত, থৈলন্ত দেৱৰাজ॥

বাসৱ সন্ততি হোৱা তোৰ পাণ্ডু বাপ।
তোহোৰ পুৰুষে নকৰিলে কোন পাপ॥
এক দ্রৌপদীক যেবে হৰে পঞ্চ ভাই।
হেন অকুলিনী অংশ একো স্থানে নাই॥
মাধৱ গোবিন্দ তুমি সবাৰো নায়ক।
ধৰ্ম্মক্ষয় কৰি তুমি বঢ়াইলাহা আক॥
পাণ্ডৱ যেনয় হয় আমিয়ো তেনয়।
সমভাৱ এড়ি পাণ্ডৱক কৰা জয়॥
মিছা জীৱনক লাগি তুমি বান হানী।
তাক লাগি প্ৰভু পূণ্য কৰিলাহা হানী॥
পৰম পুৰুষ হৰি ভৈলা অৱতাৰ।
ভাল মন্দ গুণা গুণ নকৰি বিচাৰ॥
কাক মাৰি হৰুৱাইলা সুবৰ্ণৰ শৰ।
হস্তী দিয়া গাধক যে আনিলাহা ঘৰ॥
মুকুতাক এৰি কাঞ্চন মণি লৈলা তুলি।
আমাক এৰিলা অৰ্জ্জুনক বৰ বুলি॥
উতপতিভৈলা তুমি গোৱালৰ ঘৰ।
নচিনিলা বাপ তুমি আপোন যে পৰ॥
দধি দুগ্ধ এৰি তুমি ঘোলা পানী খাহা।
হৰি হৰি নাৰায়ণ বৰ দুখ পাহা॥
নাৰায়ণ তোমাক স্বৰ্গত কৰো স্থিতি।
আৰ যেন নাসা তুমি অৰ্জ্জুনৰ ভিতি॥

সুৰথৰ শুনি হেন অতি দৰ্প বাণী ।
অৰ্জ্জুনৰ গাৱে যেন লাগিল অগনি ॥
অৰ্জ্জুন গোবিন্দ দুই ভৈলা মহাত্ৰাস ।
মাতন্ত সুৰথ বীৰে কৰি উপহাস ॥
ৰথত চৰিল দেখি চলিল পাতাল ।
মাৰিবাক নাপাইলো লাগিল বৰ ভাল ॥
মোহোৰ হাতৰ শৰ আনে নেই কাঢ়ি ।
এহি বুলি সুৰথ গৈলেক আগবাঢ়ি ॥
ৰথখান ধৰি ওপৰক বল দিলা ।
পুষ্প মালা খান যেন সুৰথে তুলিলা ॥
সুৰথে বোলয় ৰথ পেলাওঁ কোন ঠাই ।
সাগৰত পেলাওঁ জানো মৎস্যে ধৰি খাই ॥
কিবা মেক মন্দৰক মাৰিবোহোঁ দলি ।
হস্তীনা পুৰত পাওঁ আশা বাৰ্ত্তা জানি ॥
ক্ৰোধ কৰি অৰ্জ্জুনে মাৰিলা পঞ্চ শৰ ।
মূৰ্চ্ছা যাই পৃথিবীত পৰিল কুমৰ ॥
হাতৰ খসিল ধনু ভৈল মূৰ্চ্ছমান ।
পুনৰপি শ্ৰুতি পাই লৈল ধনু খান ॥
কম্পয় সুৰথ বীৰ ক্ৰোধে যম সম ।
অৰ্জ্জুনক বোলে তুমি নোহ মোৰ সম ॥
জীৱন্তা বাঘৰ আগে খেলায়স খেলি ।
সৰ্পক চুম্বন দেহ দুই হাত তুলি ॥

যিটো ভনে খণ্ডায় পৃথিবী মহাভাৰ।
তাহাক সুৰথে বোলে ৰচন প্ৰহাৰ ॥
সুৰথে বোলয় শুনা পাণ্ডুৰ নন্দন।
মোক মাৰিবাক কৰা প্ৰতিজ্ঞা বচন ॥
ত্ৰৈলোক্যৰ নাথ হৰি সাৰথি যাহাৰ।
এতেকেহে মিছা নোহে প্ৰতিজ্ঞা তোমাৰ ॥
জানো একো কালে নোৱাৰিবা মোক হৰি।
অনুগ্ৰহ কৰি থাকা দেৱ ত্ৰিপুৰাৰি ॥
প্ৰতিজ্ঞা অবশ্যে সাফলিবা নাৰায়ণ।
ক্ৰোধিয়া অৰ্জ্জুনে হেন বুলিলা বচন।
সুৰথক বধো সাক্ষি হোৱা দেৱগণ।
এক শৰে নিবো তোক যমৰ সদন ॥
এক পাট শৰে যদি নবধোহোঁ তোক।
নৰকত পৰিবে আমাৰ পিতৃলোক ॥
সুৰথে বোলয় মই কহিলো উচিত।
মৰন্তেও মই তোক কৰিবো মূৰ্চ্ছিত ॥
ইটো যেবে প্ৰতিজ্ঞা বচন মোৰ লৰে।
উপৰি পুৰুষ মানে নৰকত পৰে ॥
হেন যেবে বিৰোধ মিলিল দুই জন।
আকাশত ধন্য ধন্য বোলে দেৱগণ ॥
কেয়ূৰ কঙ্কণ অলঙ্কাৰ সুমণ্ডিত।
দক্ষিণ বাহুত তাৰ চন্দনে লিপিত ॥

অৰ্দ্ধ চন্দ্ৰ বান মাৰি পাণ্ডুৰ নন্দন।
হেন বাহু সুৰথৰ কৰিল ছেদন॥
বাহু ছেদ ভৈল বীৰ কটাক্ষ নকৰি।
অৰ্জ্জুনক ধাইল বাম হাতে গদাধৰি॥
লোহা ময় গদা গোট ৰতনে বিৰচিত।
ৰথৰ ঘোড়াক কোব দিল বিপৰীত॥
আৰু অদভুত কৰ্ম্ম কৰিল কুমৰ।
গোবিন্দৰ হৃদয়ত কৰিল প্ৰহাৰ॥
ত্ৰৈলোক্যৰ নাথ যিটো মনুষ্যৰ ভাব।
তিৰি মিৰি দেখিলেক কম্পিলেক গাব॥
সেহি গদা ধৰিয়া সুৰথ বীৰ বৰ।
অৰ্জ্জুনৰ ৰথক কোবাইল দৃঢ়তৰ॥
তুতয় হেজাৰ ৰথ ভুজঙ্গ অযুত।
অযুতেক পদাতি মাৰিল ৰাজসূত॥
ক্ৰোধিয়া অৰ্জ্জুনে মাৰিলন্ত পঞ্চবান।
গদা সমে কাটিলন্ত সিয়ো বাহুখান॥
বাহু ছেদ ভৈল হংসধ্বজৰ কুমাৰ।
অৰ্জ্জুনক মাত্তিলন্ত কৰি তিৰস্কাৰ॥
দান্তত কামুৰি অৰ্জ্জুনক খেদি যাই।
আগ পাচ নুগুণি ভ্ৰাতৃৰ শোক পাই।
এক পাট শৰে দুই পাৱক ছেদিল।
দুই পাট শৰে তাৰ হৃদয় তাৰিল॥

তুই পাৰ কটা হংসধ্বজৰ তনয়।
দেখি মহা ভয় ভৈল বীৰ ধনঞ্জয়॥
ধায়া আসে বীৰ মুখ গোট মেলি বৰ।
কোপে কম্পমান ধনঞ্জয়ৰ শৰীৰ॥
যুদ্ধত উত্তম মহাবীৰ সব্যসাচী।
সৰ্ব্ব দেৱময় শৰপাট লেল বাচি॥
পূর্ণিমাৰ চন্দ্র যেন বদন মণ্ডল।
চক্ষু দুই শোভে যেন প্ৰফুল্ল কমল॥
কিৰীটি কুণ্ডলে মণ্ডি জ্বলন্তে আছয়।
সৰ্ব্ব দেৱময় শৰে কাটিল ধনঞ্জয়॥
শৰ ছোটে মুণ্ড গোট উফৰি পৰিল।
মহা বেগে অৰ্জ্জুনৰ হিয়াত পৰিল॥
সেহি ছোটে মহাবীৰ পৰিলন্ত ঢলি।
দেখি চমকিত ভৈল দেৱ বনমালী॥
এত হন্তে অৰ্জ্জুনে পৰিল মূৰ্চ্ছা যাই।
কতো বেলি মানে উঠিলন্ত শ্ৰুতি পাই॥
তৈৰ পৰা শিৰ গোট বেগে অন্তৰিল।
গোবিন্দৰ তুই ৰেবে চৰণে পৰিল॥
পাপ বিনাশন বীৰ বিষ্ণুত ভকত।
মহাতুষ্ট হৈয়া তাক দিলন্ত মুকুত॥
জৈমিনি বদতি শুনিয়োক জন্মিজয়।
শিৰ গোট ধৰিলন্ত দৈৱকী তনয়॥

দুই হাতে ধৰি আনি ৰথত তুলিলা ।
অৰ্জ্জুনক চাই হেন বচন বুলিলা ॥
দেখা প্ৰাণ সখি তুমি সুৰথৰ শিৰ ।
প্ৰতিজ্ঞা সাম্ফলি গতি পাইল মহাবীৰ ॥
সটো শিৰ গোট ধনঞ্জয় লৈলা হাতে ।
নমস্কাৰ কৰি আনি তুলি লৈলা মাথে ॥
অনন্তৰে চিন্তিলন্ত ত্ৰিজগত পতি ।
কেন মতে সুৰথৰ হৈব সদগতি ॥
আসিয়ো গৰুড় তুমি প্ৰয়াগক যায়ো ।
বিষ্ণু পাদোদক আক মুকুতিক দিও ॥
গৰুড়ে নমিল গৈয়া চৰণে কৃষ্ণৰ ।
নজানোহো কিসক মাতিল দামোদৰ ॥
মেৰুসম কলেৱৰ গগনে উৰাইল ।
কৃষ্ণৰ আগত পথা জোকাৰিয়া ৰৈল॥
ফৰিঙ্গৰ জাসে যেন অগনিত পৰে ।
কোননো পাপিষ্ঠ আসি ত্ৰিশূলত চৰে ॥
হাসিল গোবিন্দ গৰুড়ৰ বাণী শুনি ।
মোহোৰ সেৱক হংসধ্বজ মহামানী ।
তাহাৰ তনয় বীৰ নামে যে সুৰথ ।
যুদ্ধত পৰিল ধনঞ্জয়ৰ হাতত ॥
মাৰিলো সুধন্বা হংসধ্বজৰ সন্ততি ।
সদগতি পাইলেক ভৈলেক মুকুতি ॥

সুৰথ মৰিল আৰে তাৰ অনুৰাগে।
শিৰ গোট নিয়া তুমি পেলায়ো প্ৰয়াগে॥
গৰুড়ে বোলন্ত প্ৰভু ভাণ্ডা মিছা কাৰ্য্যে।
গঙ্গাদেৱী আছে জানা প্ৰয়াগৰ মাজে॥
তোমাৰ চৰণে শিৰ পৰিল যাহাৰ।
আত পৰে তীৰ্থ প্ৰভু আছে কোন পৰ॥
কিন্তু বুলিবাক নহে বেদত বিচাৰ।
প্ৰভুৰ আদেশ শিৰে বহন আমাৰ॥
কৃষ্ণৰ আদেশে বীৰ গৈল পক্ষিৰাজ॥
প্ৰয়াগক চলিযান্ত আকাশৰ মাজ॥
জৈমিনি বদতি শুনিয়োক নৰেশ্বৰ।
আত অনন্তৰে ৰঙ্গ মিলিল বিস্তৰ॥
পাৰ্ব্বতী সহিতে প্ৰভু দেব ত্ৰিনয়ণ।
প্ৰতি নিতে ভ্ৰমন্ত আসন্ত বৃষ যান॥
শুক্লবৰ্ণ শৰীৰ সুন্দৰ জটা ভাৰ।
ভস্ম বিভূষিত অঙ্গ বাসুকীৰ হাৰ॥
কণ্ঠে কালকুট হাতে খট্টাঙ্গ ডম্বৰু।
অনাদি ঈশ্বৰ প্ৰভু জগতৰ গুৰু॥
পঞ্চমুখ তিনি আক্ষি গাৱে বাঘ ছাল।
মনুষ্যাৰ মুণ্ড গান্থি আছে মুণ্ড মাল॥
জগতৰ গুৰু কপালত অৰ্দ্ধচন্দ্ৰ।
কোনাত গোসানী বৃষ যানে চৰি যান্ত॥

প্ৰয়াগক লাগি শিৰ গৰুড়ে লৈ যান্ত ।
ত্ৰৈলোক্যৰ নাথ হৰে তাক দেখিলন্ত ॥
হৰিষ ভৈলন্ত হৰ বজান্ত ডম্বৰু ।
সিটো মুণ্ড গোট মই গাঠিবোহোঁ মেৰু ।
হৰৰ কাতৰ দেখি হাসন্ত পাৰ্ব্বতী ।
বৰ ৰঙ্গ দেখোঁ প্ৰভো কি কাৰ্য্যক প্ৰতি ॥
ডম্বৰুৰ শবদে পুৰিল দশোদিশ ।
আউল জাউল কৰা প্ৰভু দেখিলাহা কিস ॥
শঙ্কৰ বদতি প্ৰিয়া শুনা মোৰ বাণী ।
ভদ্ৰাৱতী দেশে হংসধ্বজ তুমি জানি ॥
তাহান তনয় বীৰ নামে যে সুৰথ ।
যুদ্ধত পৰিল ধনঞ্জয়ৰ হাতত ॥
ভায়েকৰ মুণ্ড গাঠি আছোঁ মুণ্ডমালা ।
সুৰথৰ মুণ্ড গোট অলঙ্কাৰ জানা ॥
যতেক মুণ্ডৰ এই মালা আছোঁ ধৰি ।
চউগুণে ভাল ইটো শোভে কেন কৰি ॥
ধৰ্ম্মৱন্ত পৰাক্ৰমী বিষ্ণুত ভকত ।
মালা গাঠোঁ আনি গৌৰী তাহাৰ যে মাথ ॥
জৈমিনি বদতি পৰীক্ষিতৰ নন্দন ।
ভৃঙ্গীক সম্বোধি মাতিলন্ত ত্ৰিনয়ণ ॥
অশ্বমেধ কথা হৰিদাস বিপ্ৰ ভণে ।
অন্তকালে হৌক গতি গোবিন্দ চৰণে ॥

শুনা সভাসদ সব সুধন্বাৰ বধ।
ৰাম হৰি বুলি তৰা সংসাৰ আপদ।

# দুলৰি।

শ ৰ বদতি ভৃঙ্গী মহামতি,
মোক আনি দিয়ো যাই।
হেন বাণী শুনি, ভৃঙ্গী লৰিলেক,
গৰুড়ক বাটে পাই॥
ভৃঙ্গী যে বদতি, ওবা পক্ষীৰাজ,
তুমি গোবিন্দৰ ৰথ।
হৰৰ আদেশে, মুণ্ড দিয়া তুমি,
মনক কৰাহা সুস্থ॥
গৰুড়ে বোলন্ত, অবা শিৱ দূত,
নকৰো মনে নৈৰাশ।
প্ৰয়াগক লাগি, শিৰ পেলাইবাক,
কৃষ্ণৰ হয় আদেশ॥
ভৃঙ্গী যে বদতি, সুখে যে নিদিয়া,
দুখে যেনে লৈবো কাঢ়ি।
যাইবাক লাগি পথ ভেটিলোহোঁ,
শিৱ দূতে আগ বাঢ়ি॥

গোঁসাইৰ আদেশ, কৰিতে লাগয়,
তোমাক নকৰো ভয় ।
আপোন পৱনে, বেগে লৰিলন্ত,
পক্ষিৰাজ মহাশয় ॥
প্ৰয়াগক লাগি, শিৰে লৈয়া যাওঁ,
ভৃঙ্গী ভেটিলেক বাট ।
ক্ৰোধে কম্পমান, হৰিৰ বাহন,
মাৰিলন্ত পাখ ছাট ॥
গৰুড় পখীৰ, পখাৰ ছাটিত,
ভৃঙ্গীক নিলে উৰাই ।
যহিতে আছন্ত, উমা মহেশ্বৰ,
তহিতে পৰিল যাই ॥

---

## পদ ।

হেন শুনি সদাশিৱ অতি ক্ৰোধ মন ।
বৃষভক সম্বোধি মাতিল তেতিক্ষণ ॥
হৰৰ আদেশে বৃষভ গৈল ধাই ।
মাতিবে লাগিল গৰুড়ৰ মুখ চাই ॥
ওবা পক্ষিৰাজ তুমি শিৰ গোট থৈয়ো ।
গোসাইৰ আদেশ মোক আনি শিৰ দিয়ো ॥
পখা ছাটে ভৃঙ্গীক উৰাই পাইলা গহ ।
প্ৰাণক ৰাখিয়া তুমি শিৰ গোট দেহ ॥

বুঢ়া বৃষ আমি ভৈলো হৰৰ বাহন।
আপোনাক ৰক্ষা কৰ হৰিৰ বাহন॥
হেন শুনি গৰুড়ৰ ক্ৰোধ গৈল জ্বলি।
বৃষভক মাৰিলন্ত পখা ছাটে দলি॥
বিচনি বতাসে নলৰয় মেৰু গিৰি।
হস্তিক বতাসে উৰুৱাই কেন কৰি॥
পখা ছাটে বৃষভৰ ভ্ৰুকভঙ্গ নাই।
ক্ৰোধ যে কৰিল পাছে গৰুড়ক চাই॥
বৃষৰ নিশ্বাসে সসাগৰা কম্পমান।
একদিশ বিদিশৰ নজানিল আন॥
কতো ব্ৰহ্ম লোক যায় কতো উৰ্দ্ধগতি।
কতো নিশ্বাসতে নাসা মাজে আসে বাস্থি॥
বেগে গৈল ডেৰেৰে গৰুড় পক্ষিৰাজ।
কেন মতে শিৱ পেলাওঁ সাগৰৰ মাজ॥
নাসাত আসন্ত বাস্থি নপাৱন্ত লাগ।
সেহিক্ষনে গৰুড়ক বৃষে পাইল লাগ॥
দেৱ যোগা বৃষভৰ ভৈলন্ত ওপৰে।
সেহি চেগে শিৱ পেলাইলেক গঙ্গাতীৰে॥
গৰুড় পেলাইল শিৱ প্ৰয়াগৰ তীৰে।
হাত পাতি বৃষে মুণ্ড আলগতে ধৰে॥
গৰুড়ে নমিল মাধৱৰ পদে গই।
বৃষে আনি অলঙ্কাৰ শিৱক যোগাই॥

জয় জয় শঙ্কৰ দেৱৰো আদি দেৱ।
স্থাবৰ জঙ্গম চৰাচৰে কৰে সেঁৱ॥
কপালত শোভা কৰে অৰ্দ্ধ শশী কলা।
বিভূতি লোচনে গাঁথিলেক মুণ্ডমালা॥
জৈমিনি বদতি শুনিয়োক নৃপবৰ।
সুধন্বা সুৰথ দুই ভৈল হৰি পৰ॥
পুত্ৰৰ সন্তাপে হংসধ্বজ মহাৰাজ।
আগ ভৈল নৃপতি যুদ্ধক হৈয়া সাজ॥
কাল সম আসে হংসধ্বজ মহামতি।
কটকৰ ভৰে কম্পমান বসুমতী॥
গোবিন্দ বদতি পাৰ্থ মিলিল অকাৰ্য্য।
পুত্ৰৰ সন্তাপে ধাই আসে মহাৰাজ॥
আক আজি যুদ্ধক তুমিয়ো নোহা সম।
প্ৰলয় কালৰ যেন কালান্তক যম॥
মহাপৰাক্ৰমী ৰাজা আমাৰ ভকত।
যজ্ঞ দানে ব্ৰত কৰে এক প্ৰতিপদ॥
আক সম ৰাজা আৰে নাহি ৰবি তলে।
দেৱক জিনিতে পাৰে আপোনাৰ বলে॥
তুমি যেন সিটো মোৰ পৰম স্নেহৰ।
তুমি আমি কেহো তাক নুহি সম সৰ॥
ৰথে বসি প্ৰাণ-সখি থাকা কৌতুহলে।
ইহাক জিনিবো আজি মোৰ বাহুবলে॥

এহি বুলি মাধৱে ৰথৰ নামিলন্ত।
অনাদি ঈশ্বৰ হৰি প্ৰভু ভগৱন্ত॥
হংসধ্বজ ৰাজাৰ পাইল সন্নিহিত।
দেখিয়া ৰথৰ ৰাজা নামিল ত্বৰিত॥
সিংবেলাত তাহাক দেখিবে লাগে ভয়।
আলিঙ্গিয়া ধৰিলন্ত দৈৱকী তনয়॥
আৰু প্ৰিয় বচনে বুলিলা দেৱ হৰি।
কি কাৰণে আহা তুমি মনে দুঃখ কৰি॥
পুত্ৰৰ সন্তাপ তুমি নকৈৰা মনত।
সুধন্বা সুৰথ দুই গৈল স্বৰ্গ পথ॥
যেন তেন একবাৰ মৰিবাক লাগে।
গতি সাধিলেক কত জনমৰ ভাগে॥
ধন্য ধন্য ৰাজা তুমি পৃথিবীত সাৰ।
সুধন্বা সুৰথ হেন তনয় যাহাৰ॥
যাহাৰ বৈষ্ণৱী কীৰ্ত্তি ব্যাপিল জগত।
তাহাৰ মৰণ হেন নকৈৰা মনত॥
তোমাৰ আগত হেন বোলোঁহো উত্তৰ।
ঘোড়া আনি দিয়া তুমি সখি অৰ্জ্জুনৰ॥
হেৰ দেখা ৰাজা তুমি সখি বিদ্যমান।
মোহোৰ শৰীৰ এত নৰ নাৰায়ণ॥
এহি বুলি হংস ধ্বজইশো কৰি সমৰ্পিলি।
পাণ্ডৱ [illegible] ন সম্প্ৰীতে দিলন্তি॥

যদুবীৰ সনে ধনঞ্জয় হৃষিকেশ।
কতোদিন আছিলন্ত নৃপতিৰ দেশ॥
তথাহন্তে চলিলন্ত লৈয়া গজবাজি।
অৰ্জ্জুনেও গৈলা ৰথে গজে প্ৰজা সাজি॥
বন্ধন গুছাইল কৃষ্ণে পাণ্ডৱৰ হয়।
কৃষ্ণক আবৰি সবে কৰে জয় জয়॥
শুনা সভাসদ সব বধ সুধন্বাৰ।
ডাকি হৰি হৰি বোলা পুৰুষ উদ্ধাৰ॥
কৃষ্ণ জগন্নাথ প্ৰভু দেৱতাৰো দেৱ।
তান বিনে আৱৰ তাৰন্তা নাহি কেৱ॥
ভকত বৎসল হৰি অতি দয়াময়।
এক মনে ভজা তাঙ্ক নকৰা সংশয়॥
কলি যুগে আন ধৰ্ম্মে নপাৱয় গতি।
ৰাম কৃষ্ণ হৰি নাম ঘোষিও সম্প্ৰতি॥

সমাপ্ত।